# বিপ্লৱী বীৰ শংকৰ বৰুৱা

## কৰ্ম আৰু জীৱন

সম্পাদনা
চিদানন্দ শইকীয়া

প্ৰাপ্তিস্থান :
পুথিতীৰ্থ প্ৰকাশন
হেমচন্দ্ৰ গোস্বামী পথ
গোলাঘাট, অসম

## উছৰ্গা

পৰমপূজনীয়া শ্ৰীযুতা অন্নপ্ৰভা বৰুৱানীৰ

কৰকমলত "বিপ্লৱীবীৰ শংকৰ বৰুৱা

—কৰ্ম আৰু জীৱন" অৰ্পণ

কৰিলো।

চিদানন্দ শইকীয়া।

# সম্পাদনা সম্পৰ্কত

শংকৰ বৰুৱাৰ জীৱনত জিবণি নহ'ল। স্বাধীনতা সংগ্ৰামৰ আৰম্ভণিৰে পৰা গুৱাহাটীত বিস্ফোৰ পৰা পৰি ভৰি এখন ভাগি কিছুদিন চিকিৎসাধীন হৈ থাকে, পাচত সেই দুৰ্ঘটনাৰ অজুহাততে ৭১ বছৰ বয়সত মৃত্যুবৰণ কৰালৈকে জিৰণিৰ অৱকাশ নাপালে। মৃত্যুৱেহে যেন তেখেতক জিৰণি দিলে।

লাখুটিত ভৰ দি ডুপিয়াই ডুপিয়াই তেখেত এদিন কিবা এটা কামত গোলাঘাট পশ্চিম আঞ্চলিক পঞ্চায়তৰ কাৰ্যালয়লৈ আহিছিল। বহুতদিনৰ মূৰত তেখেতক লগ পাওঁ। তেখেতে সেইদিনা মোক কৈছিল— "চিদা, তই মোৰ ঘৰলৈ যাবি, এসপ্তাহমান থাকিবি। তই গোলাঘাটৰ জাতীয় আন্দোলনৰ যি বুৰঞ্জী লিখিবলৈ প্ৰয়াস কৰিছ, সেই সম্পৰ্কত মই তোক যি পাৰো সহায় কৰিম। তই কথাবোৰ লিখি আনিবি।" মোৰ দুৰ্ভাগ্য, তেখেতৰ ওচৰলৈ যোৱাৰ সুযোগ নঘটিল। কিছুদিন পাচতেই তেখেত স্বৰ্গগামী হ'ল। অন্তৰত বৰ আঘাত পালো। মনক সান্ত্বনা দিবৰ বাবে তেখেতৰ বিষয়ে কেইবাটাও প্ৰবন্ধ লিখি বাতৰি কাকতত প্ৰকাশ কৰিলো। মই জনাত চাৰিগাৱঁৰ ৺গোলাপ দত্ত, সাংবাদিক অযোধ্যাপ্ৰসাদ গোস্বামীয়ে বাতৰি কাকতত তেখেতৰ বিষয়ে কেইটামান প্ৰবন্ধ লিখিছে। তেখেতৰ মৃত্যুৰ পিচৰ বছৰত গোলাঘাটৰ শ্ৰীঅশোক বৰকটকীয়ে গোলাঘাটৰ বিশিষ্ট নাগৰিক শ্ৰীপূৰ্ণচন্দ্ৰ গোস্বামীৰ দ্বাৰাই সংগ্ৰহ কৰাই আৰু লিখোৱাই এখনি চমু জীৱনী প্ৰকাশ কৰিছিল। এইবোৰৰ বাহিৰে তেখেতৰ বিষয়ে মাজে-সময়ে দুই-এটি চমুকৈ কিবাকিবি লেখা বাতৰি কাকতত ওলাই থকা দেখা যায়। শেহতীয়াকৈ বিশিষ্ট অভিনেতা, শিল্পী আৰু বৰুৱাৰ সহযোগী শ্ৰীলক্ষ্যধৰ চৌধুৰীয়ে বৰুৱাৰ জীৱনত আলোকপাত কৰি কিছু লেখা চকুত পৰিছে। এইখিনিয়েই। এগৰাকী প্ৰসিদ্ধ মুক্তি যুঁজাৰু, বিপ্লৱী কৰ্মীৰ প্ৰতি যথেষ্ট সন্মান প্ৰদৰ্শন কৰা হৈছে বুলি ক'ব নোৱাৰি।

তেখেতৰ জীৱন সামৰি এখন কিতাপ লিখাৰ কথা বুকুত থাপি থৈছো কেতিয়াবাৰ পৰাই। দিন বাগৰি গৈছে, সেই চিন্তাক ৰূপ দিব পৰা নাই।

১৯৭৭ চনৰ ১৩ ডিচেম্বৰ। আবেলি পৰত ডাঃ অজিত বৰুৱা মোৰ ঘৰত উপস্থিত। মোক চিনাকি দিলে "শংকৰ বৰুৱাৰ সৰু ল'ৰা" বুলি তেওঁৰ উপস্থিতিত মোৰ মনত বহুত কথাই খেলাই গ'ল। প্ৰয়াত বৰুৱাৰ জীৱনভিত্তিক কিতাপ

এখন প্ৰকাশ কৰাৰ উদ্দেশ্য তেওঁ ব্যক্ত কৰিলে। মোৰ মনলৈ উৎসাহ আহিল। এইবাৰ কিবা এটা কৰিব পাৰিম বুলি আশান্বিত হলোঁ।

কিতাপখনৰ বাবে প্ৰয়াত বৰুৱাৰ সহকৰ্মী আৰু অন্যান্য কেইগৰাকীমান সমসাময়িক মুক্তিযুঁজাৰুলৈ চিঠি দি প্ৰবন্ধ-পাতি বিচাৰিলোঁ। কেইবাজনকো নিজে লগ ধৰিও খাটিলোঁ। বাতৰি কাকততো জাননী দিয়া হ'ল। বিশেষ সহাঁৰি নাই। কেইটিমান প্ৰবন্ধ মাত্ৰ হাতত পৰিল। তাৰ পাচত সেই কেইটাৰ লগতে কেইটিমান প্ৰবন্ধ বিভিন্ন আলোচনী, বাতৰি কাকতৰ পৰা যুগুত কৰিলোঁ।

সৰ্বভাৰতীয় জাতীয় নেত্ৰী শ্ৰীমতী অৰুণা আছফআলীলৈ এটি বাণী বিচাৰি চিঠি দিলোঁ। তেখেতে এটি চমু বাণী পঠাই কৃতাৰ্থ কৰিলে। প্ৰয়াত বৰুৱাক হাডে-হিমজুৱে চিনি পোৱা লোকনায়ক জয়প্ৰকাশ নাৰায়ণলৈও বাণী বিচাৰি যোগাযোগ কৰিলোঁ। কিন্তু দুৰ্ভাগ্যবশতঃ তেখেতে হঠাৎ ইহসংসাৰ ত্যাগ কৰি চিৰশান্তি-ধামলৈ গ'ল। বাণী লাভৰ পৰা বঞ্চিত হ'লো।

সংগৃহীত প্ৰবন্ধখিনিৰে পাণ্ডুলিপিটো যুগুতাই প্ৰকাশৰ বাবে সাজু কৰিলোঁ। প্ৰকাশকৰ সন্ধানত যোগাযোগ আৰম্ভ কৰিলো। অসম প্ৰকাশন পৰিষদ, অসম চৰকাৰ ( তেতিয়া জনতা চৰকাৰ ) আদিলৈ চিঠি দিলো। সহাঁৰি নাই। কেইবাখনো প্ৰকাশন প্ৰতিষ্ঠানলৈ চিঠি দি, লগ ধৰি কথা হ'লোঁ। ব্যৱসায়ৰ কালৰ পৰাহে লাভজনক নহ'ব বুলি ভাবি হয়তো দায়িত্ব ল'ব কুখজিলে। মনলৈ কিছু দুৰ্বলতা আহিল কিন্তু প্ৰচেষ্টা অব্যাহত ৰ'ল।

ডাঃ বৰুৱাৰ চিঠিৰ উপৰি চিঠি। ৩০-৬-৮১ তাৰিখে তেওঁ আহি আকৌ মোৰ ওচৰত উপস্থিত। তেওঁ ক'লে—“লামডিঙৰ সাহিত্যসেৱী প্ৰবক্তা উপেন্দ্ৰনাথ বৰকটকীয়ে প্ৰকাশ কৰিবলৈ যত্ন কৰি চাম বুলি কৈছে। পাণ্ডুলিপিটো মোক দিয়ক তেওঁলৈ পঠাই দিওঁ।” আশাৰ ৰেঙণি দেখিলোঁ। তেওঁক পাণ্ডুলিপিটো দিলোঁ। শ্ৰীবৰকটকীয়ে পাণ্ডুলিপিটো নি অসম প্ৰকাশন পৰিষদৰ সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াদেৱক দেখুওৱাত তেখেতে আশ্বাস দিলে। কিছু পৰামৰ্শও দিলে। তেখেতৰ পৰামৰ্শমতেই মই লগ ধৰিলোঁ। পাণ্ডুলিপিটোৰ আৱশ্যকীয় সংশোধন ঘটাই, ২৯ ৬.৮৩ তাৰিখে অসম প্ৰকাশন পৰিষদক চমজাই দিলোঁ।

তেখেতৰ লগত যোগাযোগ হ'ল। ১৯৮৪ চনৰ মাৰ্চ মাহত তেখেতে মোক মাতি পঠিয়ালে। প্ৰকাশৰ সকলো ব্যৱস্থা সম্পৰ্কে আলোচনা হ'ল। কিতাপ প্ৰকাশ হোৱাৰ আশা হ'ল। ১৯৮৪ চনৰ ৫ নৱেম্বৰ তাৰিখৰ এখন চিঠিৰে

মোলৈ লিখিলে "ওপৰত উল্লেখিত পাণ্ডুলিপিখনৰ সন্দৰ্ভত আপোনাক জনাব খোজো যে—বিভিন্ন কাৰণত পৰিষদৰ অন্য পাণ্ডুলিপিৰ লগতে উক্ত পাণ্ডুলিপিখন প্ৰেছলৈ পঠাওঁতে যথেষ্ট পলম হৈছে। তাৰ বাবে আমি দুঃখিত। জানুৱাৰী-মাহৰ ভিতৰতে আপোনাৰ পাণ্ডুলিপিখন প্ৰেছলৈ পঠোৱা হব।

ইতিমধ্যে তেখেত সচিব পদৰ পৰা আঁতৰিল নতুন সচিবৰ লগত পুনৰ যোগাযোগ স্থাপন কৰিলো, কিতাপখন সোনকালে প্ৰকাশ হোৱাৰ আশা দেখা নাপালো। পাণ্ডুলিপিটো ঘৰাই অনাকেহ শ্ৰেয় বুলি ভাবিলো। ১৯৮৭ চনৰ ১৫ ডিচেম্বৰত এখন চিঠিৰ সৈতে অসম প্ৰকাশন পৰিষদৰ সচিবে পাণ্ডুলিপিটো মোলৈ ঘূৰাই পঠিয়ালে।

বহুতো আশা বুকুত বান্ধি কেইবা বছৰৰ প্ৰচেষ্টাৰে আগবঢ়া কামটো হৈ নুঠাত বৰ দুখ পালো, তাতকৈ দুখ পালো কেইবাগৰাকীও বিশিষ্ট মুক্তিযোদ্ধা আৰু দেশপ্ৰেমিকে আগ্ৰহেৰে যোগোৱা তেখেতসকলৰ অৰিহণাক ৰূপ দি জীৱিত অৱস্থাত দেখুৱাব নোৱাৰাৰ বাবে। তেখেতসকলৰ কেইবাগৰাকীও স্বৰ্গগামী হ'ল।

এজন মহান দেশপ্ৰেমিক, মুক্তিযুঁজাৰু, কৰ্মযোগীৰ জীৱন-সম্পৰ্কীয় লিখনী-সমূহক ৰাইজৰ আগত আজি অতবছৰে ডাঙি ধৰিব নোৱাৰি মনলৈ নিৰাশাৰ ভাব আহিল।

যি সকল সদাশয় ব্যক্তিৰ লিখনীৰে এই "বিপ্লৱী বীৰ শঙ্কৰ বৰুৱা—কৰ্ম আৰু জীৱন"খনক সজাই তুলিবলৈ সমৰ্থ হলো, সেইসকলৰ ওচৰত মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো, ইতিমধ্যে যি সকলে লিখনী দিও প্ৰকাশৰ মুখ দেখা নাপালে, সেই দেশপ্ৰেমিক, মহৎ লোক কেইগৰাকীৰ স্মৃতিত মোৰ শিৰ নত কৰি মোৰ অসমৰ্থতাৰ বাবে ক্ষমা বিচাৰিছো। তেখেতসকলৰ লিখনীয়ে কিতাপখন ধন্য কৰিছে।

কিতাপখনৰ নাম প্ৰথমে বিয়াল্লিশৰ বিপ্লৱী শংকৰ বৰুৱা দিয়াৰ মানস কৰিছিলো, কিন্তু পিছত জানিব পাৰিলোঁ যে গোলাঘাটীয়া ৰাইজে প্ৰয়াত বৰুৱাৰ মৃত্যুৰ পাচতেই এখন ৰাজহুৱা সভাত তেখেতক "বিপ্লৱীবীৰ" উপাধি দিয়ে। সেয়ে আগৰ নাম সলাই "বিপ্লৱী বীৰ" সংযোগ কৰা হল। তেখেতৰ কৰ্ম আৰু জীৱন বিভিন্ন জনৰ লিখনীত প্ৰতিফলিত হোৱাত কিতাপখনৰ নামাকৰণ "বিপ্লৱীবীৰ শঙ্কৰ বৰুৱা—কৰ্ম আৰু জীৱন" কৰাৰ সিদ্ধান্ত লোৱা হ'ল।

এই কিতাপখনি প্ৰকাশৰ ক্ষেত্ৰত যি সকলে কায়িক বা মানসিক ভাৱে অৰিহণা

যোগাইছিল, সেই সকললৈ মোৰ কৃতজ্ঞতা জনাইছো। বিশেষকৈ প্ৰয়াত বৰুৱাৰ সৰুপুতেক ডাঃ অজিত বৰুৱাই সকলো সময়তে উদগনি দি থকাৰ বাবে তেওঁলৈকো মোৰ আন্তৰিক সশ্ৰদ্ধ যাচিলো। গোলাঘাট বাণিজ্য মহাবিদ্যালয়ৰ অধ্যক্ষ, শিক্ষাবিদ সাহিত্যপ্ৰেমী শ্ৰীপুনাৰাম নেওগদেৱেও কিতাপখনি প্ৰকাশত যথেষ্ট বুদ্ধি-পৰামৰ্শ দি সহায় কৰাত তেখেতলৈও কৃতজ্ঞা জ্ঞাপন কৰিছো।

কিতাপখনিত বিভিন্ন বাতৰি কাকত, আলোচনীৰ পৰা কেইজনমান বিশিষ্ট লোকৰ লিখনী সংগ্ৰহ কৰিছোঁ, সেই সকলৰ ওচৰত মই চিৰঋণী। আমাৰ প্ৰবীণ মুক্তিযোদ্ধা, প্ৰাক্তন এম. পি. আৰু ট্ৰেড ইউনিয়ন নেতা শ্ৰীৰবীন কাকতিদেৱে তেখেতৰ বহুমূলীয়া সময় ব্যয় কৰি পাতনিখন লিখি দিয়াৰ বাবে তেখেতলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো।

"বিপ্লৱীবীৰ শঙ্কৰ বৰুৱা—কৰ্ম আৰু জীৱন, সম্পাদনাৰ ক্ষেত্ৰত কিছু দোষ-ত্ৰুটি হয়তো বৈ গৈছে। সুধী সমাজে সেইবোৰ আঙুলিয়াই দিব বুলি আশা ৰাখিছো। কিতাপখনিৰ যোগেদি বিপ্লৱী শঙ্কৰ বৰুৱাৰ জীৱনৰ কিছু কথা ৰাইজক জনাবলৈ পাই নিজকে ধন্য মানিছো।

গুণীৰ গুণৰ পূজা অব্যাহত থাকক"—এই বাণীকেই মূলতঃ আদৰ্শ হিচাপে লৈ অসমী আইৰ এই মহান দেশপ্ৰেমিক বিপ্লৱী সন্তান গৰাকীৰ জীৱনকথাক ৰূপ দিবলৈ যত্ন কৰিছো—ৰাইজৰ আশীষ কামনা কৰি। শঙ্কৰ বৰুৱা জিন্দাবাদ।

বোকাখাট

২৫/৫/৯২

চিদানন্দ শইকীয়া

# পাতনি

ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনত লাখ লাখ মুক্তিযোদ্ধাই জীৱন বিসৰ্জন দি পৰৱৰ্তী চামক যি স্বাধীনতা দিলে আৰু স্বাধীনতাৰ পাচত স্বদেশী চৰকাৰে যি পদ্ধতিত যোৱা দশককেইটাত দেশখনক গঢ় দিলে, সেইসকলৰ লগত ৰাজনৈতিক আদৰ্শ একে হলেও সামগ্ৰিক লক্ষ্য আৰু উদ্দেশ্য ৺শঙ্কৰ বৰুৱাৰ অলপ বেলেগ আছিল বাবেই অসম তথা ভাৰতৰ মুক্তিযোদ্ধাসকলৰ মনলৈ তেখেতৰ নামটো আহিলেই এটা নতুন প্ৰেৰণাৰ স্ফুলিঙ্গ বিচাৰি পাইছিল। বৃটিছৰ শাসন আৰু শোষণত নিঃস্ব হোৱা ভাৰতৰ জনগণক সামগ্ৰিক স্বাধীনতা আৰু প্ৰগতি দান কৰিবলৈ তেখেতে সঙ্কল্প লৈছিল আৰু ইয়াৰ বাবে সংগ্ৰামী শঙ্কৰ বৰুৱাই আজীৱন ভাগৰ আৰু জিৰণি পাহৰি আছিল। বৃটিছ যোৱাৰ পাচত কেৱল স্বদেশী চৰকাৰ গঠনৰ বাবে নহয়, কোটি কোটি ভাৰতবাসীৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক বন্ধন খুলি এখন সমাজবাদী ৰাষ্ট্ৰগঠনৰ হেঁপাহ হোৱাৰ বাবেই পাচলৈ কংগ্ৰেছ দল এৰি চ'ছিয়েলিষ্ট দলত যোগদান কৰিছিল। কিন্তু ন্যস্ত স্বাৰ্থ আগত ৰাখি দেশ ৰক্ষা কৰা দেশপ্ৰেমিকৰ সংখ্যা বেছি হোৱা বাবে তেখেতৰ হেঁপাহ পূৰ্ণ নহ'ল যদিও তেখেতে মৃত্যুৰ সময়লৈকে অগণন দলিত, নিপীড়িত জনগণৰ কল্যাণৰ কাৰণেই কাম কৰি গ'ল।

এইজনেই শঙ্কৰ বৰুৱা।

১৯২১ চনৰ পৰা নিজ ঘৰ ত্যাগ কৰি মুক্তিযুদ্ধত অৱতীৰ্ণ হ'ল আৰু জেলেই নিজৰ ঘৰ হৈ পৰিল। জেলৰ পৰা ওলাই গোলাঘাটত আশ্ৰম পাতি এফালে গঠনমূলক সামাজিক কাম আৰু আনফালে মহত্মা গান্ধীৰ আদৰ্শত কংগ্ৰেছৰ কামত সমানে ব্ৰতী হৈছিল। ৺ৰাজেন্দ্ৰনাথ বৰুৱাক শঙ্কৰ বৰুৱাই এই পথলৈ উলিয়াই অনাৰ পাচৰে পৰা তেখেতে বিশেষকৈ গোলাঘাটত এদল আদৰ্শবান, নিষ্ঠাবান দেশপ্ৰেমিকৰ দল গঠন কৰিলে। যি সময়ত অসমীয়া নাৰীঘৰৰ ভিতৰতে আৱদ্ধ আছিল, তেনে সময়তে তেখেতে নাৰীবাহিনী সংগঠন কৰি স্বাধীনতা আন্দোলনৰ মহান যজ্ঞলৈ আগুৱাই দিছিল। এইৰা ১৯৩০-৩২ চনৰ কথা। এই সেৱিকা দলৰে ৺দ্বাৰিকা দাসে বেমাৰত বিপদজনক অৱস্থাত মৃত্যুবৰণ

কৰিছিল, কিন্তু আন্দোলন নকৰো বুলি বৃটিছৰ চুক্তিনামাত চহী কৰা নাছিল। ১৯৪২ চনৰ ৮ আগষ্টৰ পৰা আৰম্ভ হোৱা গণ-বিপ্লৱত প্ৰতি গৰাকী তিৰোতাই মিলিটেৰীৰ হাতৰ পৰা নিজৰ নাৰীত্ব ৰক্ষা কৰিবলৈ শঙ্কৰ বৰুৱাই তেওঁলোকক দা, দেগাৰ আদি চলোৱাৰ প্ৰশিক্ষণ দিছিল। এইটো মহাত্মা গান্ধীৰ আদৰ্শৰ বিপৰীত কাম বুলি তেখেতৰ বিৰুদ্ধে গোচৰ তুলিছিল যদিও নাৰীত্ব আৰু সতীত্ব ৰক্ষাৰ বাবে সেইটো প্ৰয়োজনীয় বুলি শঙ্কৰ বৰুৱাই বিবেচনা কৰিছিল।

বিপ্লৱীবীৰ শঙ্কৰ বৰুৱাক মই ব্যক্তিগতভাৱে লগ পাইছিলো ১৯২১ চনৰ পৰা। সেই সময়ৰ ডেকা নেতা শঙ্কৰ বৰুৱা স্কুল-কলেজ ত্যাগ কৰা শিৱসাগৰৰ তেতিয়াৰ যুৱককৰ্মী পুনাৰাম গগৈ, ইন্দ্ৰেশ্বৰ চুতীয়া, কনক চেতীয়া, বলো গগৈ, প্ৰিয় বৰুৱা আদি বহুতকে একেলগে আন্দোলনৰ কৰ্মীহিচাপে লগ পাইছিলো। শঙ্কৰ বৰুৱা আমাৰ মাজত বৰ প্ৰিয় আছিল আৰু একপোৱে ককাইদেউ বুলি মাতিছিলো। ১৯২১ চনৰ পৰা তেখেতক স্বাভাৱিকভাৱে ৰাজনৈতিকভাৱে সংস্পৰ্শলৈ অহাৰ সুযোগ ঘটিছিল, ১৯৩০ চনৰ পৰা আৰু ১৯৩৪ চনত শিৱসাগৰত হৰিজন সেৱক সংঘৰ জৰিয়তে বস্তুৱা বস্তি, পিছপৰা জনজাতি অঞ্চলত স্কুলঘৰ নিৰ্মাণ আৰু অন্যান্য গঠনমূলক কামত আমাক প্ৰায়ে পৰামৰ্শ দিছিল, ফলস্বৰূপে আমাৰ সম্পৰ্ক নিবিড়ৰ পৰা নিবিড়তৰ হৈছিল।

১৯৩৭ চনত শঙ্কৰ বৰুৱা অসম বিধানসভাৰ সদস্য হয়। ১৯৩৮ চনত লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াৰ নেতৃত্বত গঠিত হোৱা সংযুক্ত মন্ত্ৰীসভা গঠনত তেখেতৰ বৰঙণি লেখত ল'বলগীয়া আছিল। মিকিৰ পাহাৰৰ খৰছিং টেৰং, লক্ষীমপুৰৰ মহম্মদ ছাদুল্লাক নিজৰ দলৰ পৰা কংগ্ৰেছলৈ অনাত বৰুৱা ডাঙৰীয়াৰ ভূমিকা আছিল অতি শক্তিশালী। ১৯৪২ চনৰ গণ-বিপ্লৱত শঙ্কৰ বৰুৱাই পুলিচ-মিলিটেৰী চোৰাংচোৱাৰ ব্যূহৰ মাজত আত্মগোপন কৰি থাকি উজনি অসমত যি বিপ্লৱীদল গঠন কৰিছিল, ভাৰতৰ ভিতৰতে ই আছিল এক অতুলনীয় সংগঠন, যাক ভাৰতৰ বিপ্লৱী নেতা জয়প্ৰকাশ নাৰায়ণ, অৰুণা আচফ আলীয়ে ভূৰি-ভূৰি প্ৰশংসা কৰিছিল। সৰুপথাৰত ৰেল বগৰোৱাৰ গোটেই পৰিকল্পনাটো আছিল শঙ্কৰ বৰুৱাৰ। এনেধৰণৰ বহুত সাহসিকতাৰ কামত শঙ্কৰ বৰুৱাই জীৱন পণ কৰিছিল, ব্যক্তিস্বাৰ্থত নহয়, দেশ আৰু দেশৰ মানুহৰ স্বাৰ্থত।

১৯৬৬ চনত স্বৰ্গগামী হোৱা মহান বিপ্লৱী শঙ্কৰ বৰুৱাৰ কৰ্মব্যস্ত জীৱনৰ ওপৰত যেনেদৰে আলোচনা হ'ব লাগিছিল, সেইটো আমাৰ চকুত নপৰিল। সমাজবাদৰ নামত ধনতন্ত্ৰৰ ছত্ৰছায়াত আজিকালি বহুত তলৰ শ্ৰেণীৰ নেতাই

প্ৰচাৰৰ চৌত উটি আছে। কিন্তু শঙ্কৰ বৰুৱাৰ ঢৌ বাহিৰত দেখা নাযায়। শঙ্কৰ বৰুৱাৰ কৰ্ম আৰু আদৰ্শ যিয়ে গভীৰভাৱে চিন্তা কৰে, সেইসকলৰ অন্তৰত আঢৌৰ মাৰে শঙ্কৰ বৰুৱাই। এই আচৌৰ মচা নাযায়, সন্তীয়া ঢৌৰ কোবে ইয়াক নিচিহ্ন কৰিব নোৱাৰে।

শ্ৰীযুত চিদানন্দ শইকীয়াই বহুবছৰৰ শ্ৰম আৰু চেষ্টাৰে শঙ্কৰ বৰুৱাৰ ওপৰত এই স্মৃতিগ্ৰন্থখন প্ৰস্তুত কৰি একমাত্ৰ প্ৰকাশকৰ অভাৱৰ কাৰণেই ৰাইজৰ হাতত তুলি দিবলৈ অপাৰগ হৈ আছিল। দেশ আৰু জাতিৰ সাৰ্মগ্ৰিক কল্যাণৰ বাবে যিজন শঙ্কৰ বৰুৱাই নতুন সমাজৰ সূচনা কৰিলে, সেইজন শঙ্কৰ বৰুৱাৰ ওপৰত আলোচিত প্ৰবন্ধ প্ৰকাশ কৰিবলৈ অসমত প্ৰকাশকৰ অভাৱ হোৱাটো পৰিতাপৰ বিষয়। বিদেশী চৰকাৰৰ লগত বাঘৰ দৰে গৰ্জন কৰি নিৰ্যাতন ভোগ কৰি স্বদেশী চৰকাৰ গঠন কৰি দিয়াজনৰ প্ৰচাৰত চৰকাৰী প্ৰকাশকেও অনীহা প্ৰকাশ কৰাটো আচৰিত ঘটনা। বৰ্তমানৰ কাণ্ড-কাৰখানাবোৰ দেখি এনে ভাব হয় যেন মুক্তিযোদ্ধাসকলৰ যুদ্ধখনৰ সুফল ভোগ কৰিছে এটা সুবিধাবাদী শ্ৰেণীয়ে আৰু দুৰ্ভোগ ভুগিছে সাধাৰণ ৰাইজ আৰু নিষ্ঠাবান কৰ্মীয়ে।

যিয়েই নহওক, সকলো কষ্ট, বেজাৰ অতিক্ৰম কৰি শ্ৰীযুত শইকীয়া ডাঙৰীয়াই পৰম ধৈৰ্যসহকাৰে শঙ্কৰ বৰুৱাক অসমৰ ৰাইজৰ হাতত তুলি দিছে। বৃটিচৰ সময়ৰ দৰে আজি অসমীয়া সমাজত যি অস্থিৰ অৱস্থাৰ সৃষ্টি হৈছে, এই সময়ত শঙ্কৰ বৰুৱাৰ কৰ্ম আৰু আদৰ্শনিষ্ঠাই নতুন পুৰুষক জাতি গঠনত যে প্ৰেৰণা যোগাব ই ধ্ৰুৱ। অসমৰ দৰিদ্ৰ, নিপীড়িত, অৱহেলিত শ্ৰেণীটো লাহে লাহে দুৰ্জন আৰু সুবিধাবাদী সকলৰ চেপাত দেউলীয়া হ'ব ধৰা সময়ছোৱাত শঙ্কৰ বৰুৱাৰ স্মৃতি নতুন মানুহ গঢ়াত পাথেয় হওক, যি মানুহে শ্ৰেণীৰ উৰ্দ্ধত মানৱতা আৰু জাতিৰ উৰ্দ্ধত দেশৰ ঐক্য, সংহতিক মূল্যায়ন কৰিব।

সংকলনখন সৰু যদিও প্ৰতিটো আলোচনা স্বয়ংসম্পূৰ্ণ আৰু সোণত সুৱগা চৰাৰ দৰে হৈছে। সম্পাদনা ত্ৰুটিমুক্ত আৰু সবল। এই দিশত শ্ৰীশইকীয়া নিঃসন্দেহে ধন্যবাদৰ পাত্ৰ। পাঠক সমাজে সংকলন গ্ৰন্থখনিক মৰমৰ চকুৰে চালে সম্পাদকে নব-সৃষ্টিৰ প্ৰেৰণা পাব আৰু শঙ্কৰ বৰুৱাৰ প্ৰতি সুবিচাৰ কৰা হ'ব। মোৰ দৃঢ় বিশ্বাস, -মাটিৰ গোন্ধ থকা এই গ্ৰন্থখনে অসমীয়া পাঠকসমাজৰ চিন্তাত নতুন চেতনাৰ জন্ম দিব পাৰিব।

আমবাৰী
গুৱাহাটী-৭৮১০০১
৪ এপ্ৰিল, ১৯৯১

শ্ৰীৰবীন কাকতী

## MESSAGE

The late Shri Sankar Chandra Barooah belonged to a generation of Indians who laid the foundations of our national liberation struggle. Young men and women of Assam should cherish his memory and work dedicatedly for the social and economic well-being of every citizen. In 1942 his dauntless courage and Organising Capacity enthused thousands of young men and women in Assam and elsewhere. When a reward of Rs. 10,000/- was announced by the British authorities, it sent a wave of thrill and awe throughout the country. All of us were tense with apprehensions lest he be caught because it would then have meant his being led to the gallows.

But even while evading arrest he continued to work by setting up "Ashrams" wharever possible, so that the training and organising revolutionary cadres could be carved out under his personal supervision. In Golaghat subdivision his name acquired legendary fame, inspiring thousands of men and women.

In his death in 1966, a life long devotee of freedom and a champion of our exploited masses, India lost a valiant son.

But men such as Sankar Borooah are never forgotten Even if their life's mission is as yet incomplete, I am sure that those who remember him will continue the struggle and pass on the torch of others

I offer my homage to a fellow countryman who lived up to the noblest traditions of many generations of Indian patriots.

January 25, 1978

Aruna Asaf Ali

# প্ৰকাশকৰ একাষাৰ

'বিপ্লৱী বীৰ শঙ্কৰ বৰুৱা—কৰ্ম আৰু জীৱন'—খনি প্ৰকাশ কৰি পোহৰলৈ অনাৰ ক্ষেত্ৰত বহু পলমহৈ গ'ল। তাৰ বাবে প্ৰথমেই মাৰ্জনা বিচাৰিছো সু-সাহিত্যিক, বিশিষ্ট শিক্ষাবীদ শ্ৰীযুত চিদানন্দ শইকীয়াৰ ওচৰত, যাৰ অক্লান্ত চেষ্টাৰ ফলত গ্ৰন্থখনৰ জন্ম। তেখেতক কৃতজ্ঞতা জনোৱাৰ ভাষা নাই।

পাণ্ডুলিপিখনি কমসময়ৰ ভিতৰতে সুন্দৰকৈ নকল কৰি ছপাশালৰ উপযোগী কৰি দিয়া বাবে গোলাঘাট বাণিজ্য-মহাবিদ্যালয়ৰ অধ্যাপক শ্ৰীচেনীৰাম নাথৰ শলাগ লৈছো।

গোলাঘাট জিলা সাহিত্য সভাৰ সভাপতি 'অৰণ্যদূত' শ্ৰীজীৱন দাসে তেখেতৰ কৰ্মব্যস্ত সময়ৰ মাজতে প্ৰুফখিনি চাই দিছে। তাৰ বাবে তেখেতলৈ কৃতজ্ঞতা জ্ঞাপন কৰিছো।

কিতাপখন প্ৰকাশৰ ক্ষেত্ৰত আৰম্ভণীৰ পৰা আঁতধৰি সহায়ৰ হাত আগবঢ়োৱা মোৰ বন্ধু শ্ৰীকীবোদ কুমাৰ গোস্বামীলৈ মোৰ হিয়াভৰা ধন্যবাদ জনাইছো।

কলিকতাৰ শান্তনু প্ৰিণ্টাৰ্ছৰ গৰাকী শ্ৰীসুনীল কুমাৰ নন্দী আৰু কৰ্মচাৰীসকলে অতি সোনকালে কিতাপখনি ছপাই দিয়া বাবে তেখেতসকললৈ ধন্যবাদ থাকিল।

ইতি—

২৫।৮।৯২ ডাঃ অজিত বৰুৱা

গোলাঘাট

# ॥ বিষয় সূচী ॥

| | বিষয় | | পৃষ্ঠা |
|---|---|---|---|
| ১। | সম্পাদনা সম্পৰ্কত | .. | ·০৫ |
| ২। | পাতনি—প্ৰবীণ দেশনেতা ৰবীন কাকতী। | . | ·০৯ |
| ৩। | জাতীয়নেত্ৰী শ্ৰীমতী অৰুণা আছফ আলী ৰ বাণী। | ... | ·১৪ |
| ৪। | শংকৰ বৰুৱালৈ শ্ৰদ্ধাঞ্জলি —পদ্মবিভূষণ শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী। | .. | ১ |
| ৫। | কৰ্মবীৰ শংকৰ চন্দ্ৰ বৰুৱা—৺প্ৰফুল্লচন্দ্ৰ বৰুৱা। | .. | ৩ |
| ৬। | বিপ্লৱী বীৰ শংকৰ বৰুৱাৰে প্ৰথম মুখামুখি —শ্ৰীলক্ষ্যধৰ চৌধুৰী। | ... | ৯ |
| ৭। | ৪২'ৰ বিপ্লৱী বীৰ শংকৰচন্দ্ৰ বৰুৱা শ্ৰীগোলাপ বৰবৰা। | ... | ১৮ |
| ৮। | বিপ্লৱী শংকৰচন্দ্ৰ বৰুৱা - শ্ৰীভুবনচন্দ্ৰ সন্দিকৈ। | .. | ৩০ |
| ৯। | বিয়াল্লিশৰ শংকৰ বৰুৱা—শ্ৰীলক্ষ্মীপ্ৰসাদ গোস্বামী। | .. | ৩৭ |
| ১০। | শংকৰচন্দ্ৰ বৰুৱা—শ্ৰীনিবাৰণ বৰা। | | ৫৭ |
| ১১। | কৰ্মযোগী শংকৰ বৰুৱা -শ্ৰীঅযোধ্যাপ্ৰসাদ গোস্বামী। | | ৬৪ |
| ১২। | কৰ্মবীৰ শংকৰচন্দ্ৰ বৰুৱা ৺যদুনাথ শইকীয়া। | .. | ৭১ |
| ১৩। | মুক্তি যুঁজাৰু শংকৰচন্দ্ৰ বৰুৱা শ্ৰীচংকেশ্বৰ বৰা। | ... | ৭৫ |
| ১৪। | শংকৰচন্দ্ৰ বৰুৱাৰ স্মৰণত ৺সৰেশ্বৰ বৰদলৈ। | .. | ৮৪ |
| ১৫। | বিপ্লৱী শংকৰ বৰুৱাৰ সোঁৱৰণত—৺প্ৰিয় বৰুৱা। | .. | ৮৯ |
| ১৬। | বিপ্লৱী শংকৰ বৰুৱা শ্ৰীউমাকান্ত শৰ্মা। | . | ৯৬ |
| ১৭। | "গান্ধী অৰুণা, শংকৰ লোহিয়া জয়প্ৰকাশ— ইন্-কিলাব-জিন্দাবাদ - শ্ৰীসোনেশ্বৰ বৰা। | | ১০০ |
| ১৮। | বিয়াল্লিশৰ বিপ্লৱৰ এজন নায়ক - ৺হেম দত্ত। | | ১১৮ |
| ১৯। | বিপ্লৱী বীৰ কৰ্মযোগী শংকৰ বৰুৱাক যেনেকৈ জানো —শ্ৰীআনন্দ শৰ্মা। | ... | ১২১ |

| বিষয় | | পৃষ্ঠা |
|---|---|---|
| ২০। উজনি অসম কংগ্ৰেছৰ জ্বলন্ত প্ৰদীপ —৺তিলক বৰা। | ... | ১২৯ |
| ২১। শংকৰচন্দ্ৰ বৰুৱাৰ জীৱনত এভুমুকি —৺গোবিন্দচন্দ্ৰ বৰুৱা | ... | ১৩৭ |
| ২২। শংকৰ বৰুৱাৰ বিষয়ে যৎকিঞ্চিৎ—শ্ৰীগকুল বৰুৱা। | ... | ১৪৫ |
| ২৩। স্বাধীনতা সংগ্ৰামৰ নিৰ্ভীক যুঁজাৰু শংকৰ বৰুৱা —শ্ৰীচিদানন্দ শইকীয়া | ... | ১৫০ |
| ২৪। দেউতাৰ সোঁৱৰণত—ড° অজিত বৰুৱা। | ... | ১৫৮ |
| পৰিশিষ্ট (ক) | | |
| (১) শোকবাণী, (২) শোকপ্ৰকাশ | ... | ১৬৩ |
| পৰিশিষ্ট (খ) | | |
| শংকৰ বৰুৱাৰ স্বৰাজ সংগীতৰ কেইটিমান গীত | ... | ১৭৩ |
| পৰিশিষ্ট (গ) | | |
| সাক্ষাৎকাৰ। | ... | ১৮০ |

# শংকৰ বৰুৱালৈ শ্ৰদ্ধাঞ্জলি

—শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী

ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ বৈপ্লৱিক তাৎপৰ্য সম্পৰ্কে যিমান গভীৰভাৱে মনোনিবেশ কৰা প্ৰয়োজন, আজি বুলি নহয়, প্ৰথমৰে পৰাই তেনেকৈ মন দিয়া হৈছিল বুলি ক'ব নোৱাৰি। মহাত্মা গান্ধীয়ে ভাৰতৰ স্বাধীনতা যুদ্ধ কেৱলমাত্ৰ ৰাজনৈতিক স্বাধীনতাৰ যুদ্ধ হিচাপে লোৱা নাছিল। তেখেতৰ কাৰণে এই যুদ্ধ আছিল মানুহ জাতিক এটা নতুন বাটৰ সন্ধান দিয়া—যি বাটেদি গৈ মানুহে অকল এখন দেশতে নহয়, সমগ্ৰ পৃথিৱীতে ৰামৰাজ্য স্থাপন কৰিব পাৰে। এই ৰামৰাজ্যৰ ধাৰণা পুৰণি ৰজা ৰামৰ ৰাজত্বৰ ভিতৰত সীমিত আছিল বুলি ভাবিলে বোধহয় ভুল হ'ব। ই আছিল বৰ্তমান যুগত খাপ খোৱাকৈ কিন্তু শাশ্বত কিছুমান নীতি আৰু আদৰ্শৰ প্ৰেৰণাত মানুহৰ নতুন সভ্যতা-সংস্কৃতিৰ ভেটিত বিশ্বমানৱৰ এখন নতুন সমাজ গঢ়ি তোলা। ভাৰতীয় সেই বিপ্লৱৰ উদ্দেশ্য আৰু শিক্ষা আছিল মানুহৰ যুদ্ধ প্ৰণালীৰ আমূল পৰিৱৰ্তন সাধন কৰা, হিংসাৰ অস্ত্ৰই নহয়, হিংসাৰ ভাৱ পৰিহাৰ কৰি প্ৰেমৰ অস্ত্ৰেৰে,—অকল ব্যক্তিগতভাৱে নহয়, সামূহিকভাৱে, জাতীয় আৰু আন্তৰ্জাতিক ক্ষেত্ৰতো দুৰ্নীতি অন্যায়ৰ শক্তিক পৰাজিত কৰি সামাজিক আৰু অৰ্থনৈতিক ন্যায় প্ৰতিষ্ঠা কৰা। উদ্দেশ্য আছিল,—আধুনিক ৰাজনীতি বিজ্ঞানৰ মূল্যবোধৰ আমূল পৰিৱৰ্তন কৰি ৰাজনীতিক নতুন ৰূপ দিয়া আৰু ক্ষমতাধৰ্মী ৰাজনীতি সেৱাধৰ্মী কৰি তোলা। ভাৰতীয় বিপ্লৱৰ মূল উদ্দেশ্য ইও আছিল যে মানুহ সমাজত ইমানদিন বঞ্চিত, অৱহেলিত, নিষ্পেষিত হৈ থকা, কাম কৰি খোৱা শ্ৰেণীৰ জনসাধাৰণৰ প্ৰতি অৰ্থনৈতিক ন্যায়ৰ বিচাৰ কৰাৰ উপৰিও তেওঁলোকক সমাজত সন্মানৰ স্থানত অধিষ্ঠিত কৰা।

যি কি নহওক, ভাৰতৰ ৰাজনৈতিক স্বাধীনতাৰ প্ৰশ্নটো ইমান গুৰুত্বপূৰ্ণ আছিল যে আনবোৰ দিশৰ প্ৰতি মনোযোগ দিয়া সম্ভৱ নহৈছিল। সাধাৰণ বস্তুতৰ কাৰণে এনে হ'লেও, ভাৰতীয় বিপ্লৱৰ সকলো দিশৰ প্ৰতি সমানে মনোযোগ ৰাখি যিসকলে বিপ্লৱৰ আদৰ্শ তেওঁলোকৰ জীৱনত প্ৰতিফলিত কৰিছিল, তেখেতসকলৰ ভিতৰত স্বৰ্গীয় শংকৰ বৰুৱা আছিল অন্যতম। শংকৰ বৰুৱাই বিয়াল্লিছৰ আন্দোলনত যেনেকৈ কাম কৰিছিল সি এজন বীৰ সৈনিকৰ জীৱনৰ গৌৰৱপূৰ্ণ কাহিনী হিচাপে স্বাধীনতাৰ ইতিহাসত সদায় জিলিকি থাকিব। সকলো প্ৰকাৰৰ অন্যায়-অবিচাৰৰ বিৰুদ্ধে শংকৰ বৰুৱাই প্ৰতিবাদ কৰিছিল। ৰাজনীতিত সুবিধালাভৰ কাৰণে তেখেতে কেতিয়াও কোনো নীতিগত কথাত আপোচ কৰা নাছিল। ই তেখেতৰ জীৱনৰ এটা বিশেষত্ব। ৰাজহুৱা জীৱনৰ নানা ঘাত-প্ৰতিঘাতৰ মাজতো তেখেতে নীতি-আদৰ্শৰ প্ৰতি অবিচলিত আস্থা ৰাখি ভাৰতীয় বিপ্লৱৰ মূল উদ্দেশ্য সিদ্ধিৰ কাৰণে আজীৱন কাম কৰিছিল। স্বাধীনতা আন্দোলনত বা পিচতো ৰাজহুৱা কামত বৰুৱাদেৱে যেনেকৈ পৰিশ্ৰম কৰা দেখিছো, সি লগৰীয়া কৰ্মীসকলৰ কাৰণে সদায় আছিল প্ৰেৰণাৰ থল।

শংকৰ বৰুৱাৰ অৱদান যুগমীয়া। তেখেতৰ অৱদানেই তেখেতৰ স্মৃতিস্তম্ভ। উঠি অহা পুৰুষে তেখেতৰ কৰ্মময় জৱীনৰপৰা প্ৰেৰণা লৈ নতুন ভাৰত নিৰ্মাণত আগবাঢ়িব পাৰে।

বৰুৱাদেৱৰ স্মৃতিত মই মোৰ ভক্তিৰ অৰ্ঘ নিবেদন কৰোঁ।

# কৰ্মবীৰ শংকৰ চন্দ্ৰ বৰুৱা

—৺প্ৰফুল্ল চন্দ্ৰ বৰুৱা

কৰ্মবীৰ শংকৰ চন্দ্ৰ বৰুৱাৰ ঘৰ শিৱসাগৰত আছিল। তেখেত আহোম ৰাজত্বৰ দিনৰ ৰাজকীয় বিষয়া পৰ্বতীয়া বৰুৱাৰ বংশৰ। দেউতাক কমলচন্দ্ৰ বৰুৱাই শিৱসাগৰ কাছাৰীত আমোলাৰ কাম কৰিছিল। শংকৰ বৰুৱা ইংৰাজী স্কুলৰ তৃতীয় শ্ৰেণীত পঢ়ি থাকোতেই দেউতাক ঢুকায়। দেউতাকৰ মৃত্যুৰ পাচত, ঘৰুৱা অৱস্থা সিমান ভাল নাছিল বাবে, তেখেত দুজন ভায়েকৰ সৈতে যোৰহাটলৈ আহে আৰু দদায়েক ৰমাকান্ত বৰুৱা আৰু বৰদেউতাক দুতিৰাম বৰুৱা চিৰস্তাদাৰৰ তত্ত্বাৱধানত যোৰহাট চৰকাৰী হাইস্কুলত প্ৰায় ডেৰ বছৰ কাল পঢ়ে। তাৰপাচত তিনিও ভাই-ককাই পুনৰ শিৱসাগৰলৈ ঘূৰি গৈ তাৰ চৰকাৰী হাইস্কুলত নাম লগায়।

সেই সময়ৰ প্ৰথম শ্ৰেণী অৰ্থাৎ আজিকালিৰ দশমমান শ্ৰেণী পৰ্যন্ত পঢ়ি শংকৰ বৰুৱাই আৰ্থিক দুৰৱস্থাৰ কাৰণে স্কুল এৰিবলগীয়া হয়। বৰুৱা আছিল এজন ভাল ফুটবল, ক্ৰিকেট আৰু টেনিছ খেলুৱৈ। প্ৰথমতে তেখেত স্থানীয় গড়কাপ্তানী অফিচত কেৰাণী কামত সোমায়। প্ৰায় এবছৰ এই কাম কৰাৰ পাচত তেখেত শিৱসাগৰ জিলাৰ টিঙালীবাম নামৰ এখন চাহ্-বাগিছাত দ্বিতীয় কেৰাণীৰ কাম পাই তাত সোমায়গৈ। তিনিবছৰ কাম কৰাৰ পাচত তেখেত বৰ কেৰাণীৰ কামলৈ উন্নীত হয়। কিন্তু উক্ত কামত তেখেত বেচিদিন থাকিবলৈ নাপালে। বৰ কেৰাণীৰ কামত তেখেতৰ কাৰ্যকাল ছমাহমান হওঁতে ১৯২১ চনত মহাত্মা গান্ধীৰ ঐতিহাসিক অসম ভ্ৰমণ আৰম্ভ হয়। সেই ভ্ৰমণত মৌলানা মহম্মদ আলি, মৌলানা চৌকত আলি আদি নেতাসকল গান্ধীজীৰ লগতে ৰেলেৰে ডিব্ৰুগড়লৈ আহিছিল। ডিব্ৰুগড়ৰপৰা উভতি যাওঁতে শিমলুগুৰি ৰেলষ্টেচনত

মহত্মা গান্ধী আধাঘণ্টা মানৰ বাবে বৈ ভাষণ দিয়াৰ কথা আছিল। সেই ভাষণ শুনিবলৈ শিৱসাগৰৰ সকলো অঞ্চলৰ বহু পুৰুষ-মহিলা, ছাত্ৰ-ছাত্ৰী পুৱাৰ পৰাই শিমলু গুৰিত গোট খাইছিলহি। ৰেলেৰে আহি যেতিয়া মহাত্মা গান্ধীকে প্ৰমুখ্য কৰি অন্য নেতাসকল শিমলুগুৰি পালেহি, জনতাৰ ভিতৰত এটি হুলস্থুলীয়া পৰিবেশৰ সৃষ্টি হোৱাত তেওঁলোকে কোনো ভাষণ নিদিবলৈকে প্ৰস্তুত হৈছিল। কিন্তু শিৱসাগৰৰ নেতৃস্থানীয় লোকৰ বুজনিত আৰু পুলিচৰ তৎপৰতাত কোলাহলীয়া পৰিবেশ শাম কাটে। গান্ধীজী আৰু অন্য নেতাসকলে চমু চমুকৈ ভাষণ দিয়ে। তেওঁলোকৰ ভাষণৰ মূল বক্তব্য আছিল অসহযোগ আন্দোলনৰ জৰিয়তে বৃটিছ শাসন ওফৰাই দি ভাৰতবৰ্ষক পৰাধীনতাৰপৰা মুক্ত কৰাৰ উদ্দেশ্যে সকলো লোককে আন্দোলনত জাপিয়াই পৰিবলৈ আহ্বান জনোৱা। শিমলুগুৰি ৰেলষ্টেচনত উক্ত ভাষণ শুনিবলৈ শংকৰ বৰুৱাও বাগিছাৰ পৰা মেনেজাৰক নজনোৱাকৈ শিমলুগুৰিলৈ আহিছিল। নেতাসকলৰ উদ্দীপনাপূৰ্ণ ভাষণ শুনি শংকৰ বৰুৱা কিছুসংখ্যক বন্ধুৰে সৈতে উক্ত ৰেলতেই যোৰহাট পালেগৈ। যোৰহাটৰ কাছাৰী খেল-পথাৰত পিছদিনা পুৱা এখন বিৰাট ৰাজহুৱা সভা অনুষ্ঠিত হৈছিল আৰু সেই সভাত মহাত্মা গান্ধী আৰু আন নেতাসকলে ভাষণ দিছিল। তেওঁলোকৰ তেজোদ্দীপ্ত ভাষণৰ পৰিণতি হিচাপে দ'ম দ'ম বিদেশী কাপোৰ, সূতা আদিৰে খেলপথাৰ বস্ত্ৰযজ্ঞত পৰিণত হৈছিল। ইংৰাজ শাসনৰ প্ৰতি শ্ৰোতাসকলৰ মন বিদ্ৰোহী হৈ উঠিছিল। শংকৰ বৰুৱাৰ ক্ষেত্ৰতো ইয়াৰ ব্যতিক্ৰম নহ'ল। নেতাসকলৰ আহ্বানত উৎফুল্লিত হৈ তেওঁ কেইজনমান বন্ধুসহ অসহযোগ আন্দোলনত যোগ দিয়ে। যোৰহাটৰপৰা শিৱসাগৰলৈ উভতি গৈ বাগিছাত আৰু ইংৰাজ চাহাবৰ তলত গোলামী নকৰো বুলি তেওঁ সংকল্প গ্ৰহণ কৰে। বাগিছাৰপৰা চাহাবে তেওঁক বিচাৰি মানুহ পঠিয়াইছিল। কিন্তু শংকৰ বৰুৱাই সেই মানুহৰ হাততে তেওঁৰ চূড়ান্ত পদত্যাগ পত্ৰ চাহাবলৈ পঠিয়াই দিয়ে। এইখিনিতে শংকৰ বৰুৱাৰ চাকৰি জীৱনৰ ওৰ পৰে।

শিৱসাগৰৰ কংগ্ৰেছ সংগঠনৰ ক্ষেত্ৰত বৰুৱা আছিল অগ্ৰগণ্য লোক। তেওঁ স্বেচ্ছাসেৱক হিচাপেও আন্দোলনৰ প্ৰতিটো কাৰ্যসূচীতে নিষ্ঠাৰে আত্মনিয়োগ কৰে। ১৯২২ চনৰ প্ৰাৰম্ভত বিহাৰৰ চৌৰী-চোৰাত আৰক্ষী চকীৰ ওপৰত ঘটা হিংসাত্মক আক্ৰমণে অহিংস অসহযোগ আন্দোলনক দূষিত কৰাৰ বাবে মহাত্মা গান্ধীয়ে আন্দোলন সাময়িকভাৱে স্থগিত ৰাখে।

ইয়াৰ পাচত কংগ্ৰেছৰ গঠনমূলক কামত শংকৰ বৰুৱা আৰু তেওঁৰ বন্ধুসকল ব্ৰতী হয়। প্ৰথমতে তেওঁলোকে কপাহ, সূতাকটা যঁতৰ, নেওঠনী আদিৰ এখন দোকান খোলে। সেই কপাহ কিনিবলৈ মাজে-সময়ে তেওঁলোক মিকিৰ পাহাৰলৈ যাবলগীয়া হৈছিল। সেইসময়ত গোলাঘাটত কংগ্ৰেছৰ সংগঠনৰ কাম কৰিবলৈ নেতৃস্থানীয় লোক ওলোৱা নাছিল। তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ আদি নেতা-সকলে কংগ্ৰেছ সংগঠনৰ কাৰণে অসমৰ বিভিন্ন ঠাই ভ্ৰমণ কৰি ফুৰিছিল। উজনি অসমত শংকৰ বৰুৱাই তেওঁলোকৰ লগত যোগদান দিছিল। উক্ত নেতাসকল গোলাঘাটলৈ যাওঁতে তাৰ স্বেচ্ছাসেৱক-সকলক লৈ সংগঠনৰ দায়িত্ব শংকৰ বৰুৱাই নিজে কান্ধ পাতি লৈছিল। সেই দায়িত্ব গ্ৰহণ কৰি তেওঁ গোলাঘাটৰ কৰ্মীসকলৰ লগত সংগঠনৰ কামত দেহ-প্ৰাণ দি লাগি যায়। তেওঁ আৰু তেওঁৰ সহকৰ্মী ভদ্ৰ ফুকন, নিবাৰণ বৰা আদিৰ চেষ্টাত সেইসময়ৰ চাহ খেতিয়ক ৰাজেন বৰুৱা আদি লোকেও চাহাবী সাজ-পাৰ এৰি কংগ্ৰেছত যোগ দিয়ে। গোলাঘাট জিলা কংগ্ৰেছ সংগঠিত হোৱাৰ পাচত শংকৰ বৰুৱা প্ৰথমে সম্পাদক আৰু পাচলৈ সভাপতিৰ পদত অধিষ্ঠিত হয়।

১৯২১ চনৰ আন্দোলনৰ ফলত ইংৰাজ চৰকাৰে কংগ্ৰেছ কৰ্মী-সকলৰ প্ৰতি কঠোৰ মনোভাৱ ল'লে আৰু তেওঁলোকক বন্দী আৰু মাৰধৰ কৰি, আনকি গুলি পৰ্যন্ত চলাই আন্দোলন দমন কৰিবলৈ আৰম্ভ কৰিলে। দেশত যেনিয়ে-তেনিয়ে বৃটিছৰ জোৰ-জুলুম, ফাটেক আদি চলিবলৈ ধৰিলে। বৰুৱাই চিন্তা কৰিলে যে গুৰি ধৰা মানুহ নহ'লে আন্দোলনৰ গতি গুৰিয়াল নোহোৱা নাৱৰ দৰেই হয়। ফলত

আন্দোলন বিপথগামী হৈ ধ্বংসও হ'ব পাৰে। সেয়ে তেওঁ কিছুদিনৰ কাৰণে আত্মগোপন কৰি আঁৰৰপৰা আন্দোলন পৰিচালনা কৰিবলৈ ধৰিলে।

শংকৰ বৰুৱা গোলাঘাট জিলা কংগ্ৰেছৰ সভাপতি হৈ থাকোঁতে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সদস্য হৈছিল। ১৯৩০ চনত অসমৰ সেই সময়ৰ শিক্ষাধিকাৰ কানিংহাম চাহাবৰ চাৰ্কুলাৰৰ জৰিয়তে শিক্ষানুষ্ঠানসমূহৰ লগত জড়িত কোনো লোকেই অসহযোগ আন্দোলনত যোগ দিব নোৱাৰিব বুলি দিয়া নিৰ্দেশৰ বিৰুদ্ধে দেশত এক আন্দোলন গঢ়ি উঠিছিল। দেশৰ নেতাসকলৰ আহ্বানক্ৰমে স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীয়ে চৰকাৰী স্কুল-কলেজ বৰ্জন কৰি আন্দোলনত যোগ দিলে। বহুঠাইত সমান্তৰালভাৱে দেশীয় স্কুল গঢ়ি উঠিল। ১৯৩০ চনৰ এই আন্দোলনতো শংকৰ বৰুৱাই উজনি অসমৰ নানা ঠাইত নেতৃত্ব দি আন্দোলন পৰিচালনা কৰিছিল। কিছুকালৰ অন্তত গোলাঘাটৰ কালিয়নি পাহাৰৰ দাঁতিত বুঢ়াগোহাঁই খাটত এখন আশ্ৰম খুলি সংগঠনৰ কাম চলাইছিল।

১৯৩৬ চনত শংকৰ বৰুৱা গোলাঘাট নগৰৰ ওচৰৰ দ-গাওঁ নামৰ ঠাইৰ মহিলা কৰ্মী শ্ৰীমতী অন্নপ্ৰভাৰ সৈতে বিবাহ পাশত আবদ্ধ হয়। বিবাহ কাৰ্য চহৰৰ এতিয়া থকা বাৰীথনৰ পৰাই সম্পন্ন হৈছিল। বিবাহৰ কামত গাৱেঁ-ভূঞে থকা কৰ্মীসকল আহি সকলোপ্ৰকাৰে সহায় কৰিছিল। ডাঃ ভুবনেশ্বৰ বৰুৱা, ভদ্ৰ ফুকন, বিষ্ণু কাকতী, ৰাজেন বৰুৱা আদি গণ্য-মান্য ব্যক্তিসকলে বিয়াত দেহেকেহে খাটি দিছিল। বিবাহৰ সমস্ত সম্ভাৰৰ যোগান ৰাইজেই ধৰিছিল। অভ্যাগতসকলে বিবাহবাহৰ আনন্দমুখৰ কৰি তুলিছিল। কন্যাঘৰ কেইমাইলমান আঁতৰত আছিল আৰু বৰযাত্ৰীৰ বাবে বিনাখৰচে বাছ-মটৰ যোগাৰ হোৱা সত্বেও শংকৰ বৰুৱাই লগৰ সকলোৰে সৈতে খোজকাঢ়ি যোৱাৰ প্ৰস্তাৱ দিয়াত সকলো একমত হৈ শোভাযাত্ৰাৰ মিচিনাকৈ গৈ বিবাহকাৰ্য সম্পন্ন কৰিছিল।

১৯৪২ চনৰ ৮ আগষ্ট, নিখিল ভাৰত কংগ্ৰেছৰ বোম্বাই

অধিবেশনত মহাত্মা গান্ধীৰ ভাৰত ত্যাগ প্ৰস্তাৱ যোগে ইংৰাজসকলক ভাৰত এৰি যাবলৈ দাবী জনোৱা হ'ল। এই প্ৰস্তাৱ গ্ৰহণৰ পাচদিনা প্ৰত্যূষতে মহাত্মা গান্ধী আৰু প্ৰায়সকল নেতাকে বৃটিছে গ্ৰেপ্তাৰ কৰি বিভিন্ন জেলত আৱদ্ধ কৰি থলে। জিলাই জিলাই আন্দোলনৰ নেতা আৰু কৰ্মীসকলক গ্ৰেপ্তাৰ কৰা হ'ল। চৰকাৰে পুলিচৰ ৰাজত্ব চলাই সমগ্ৰ দেশতে ত্ৰাসৰ সৃষ্টি কৰিলে। শংকৰ বৰুৱা আৰু তেওঁৰ সহকৰ্মী কেইজনমানৰ ওপৰত গ্ৰেপ্তাৰী পৰোৱানা জাৰি হ'ল। কিন্তু তেওঁলোকে আত্মগোপন কৰি থাকিল আৰু জনসাধাৰণক আন্দোলনৰ পৰা বিৰত নহ'বলৈ আঁৰৰপৰাই উদগনি দি থাকিল। এইদৰেই তেওঁ বিয়াল্লিছৰ "ফেৰাৰ আচামী" বুলি ঘোষিত হ'ল। তেওঁক ধৰাই দিবলৈ বৃটিছ চৰকাৰে কৰা দহহেজাৰ টকাৰ পুৰস্কাৰৰ ঘোষণাই এই বিপ্লৱী বীৰজনৰ সংগ্ৰামৰ সাৰ্থকতা প্ৰমাণ কৰিলে।

শংকৰ বৰুৱা ১৯৩৭ চনৰ পৰা ভঙ্গ নোহোৱা পৰ্যন্ত অসম বিধান সভাৰ কংগ্ৰেছ সদস্য আছিল। নিৰুদ্দেশ হৈ থকা কালছোৱাত তেওঁ জয়প্ৰকাশ নাৰায়ণৰ সংগ্ৰাম সমিতিৰ লগত সংযোগ ৰক্ষা কৰি অসমত সংগ্ৰাম চলাইছিল। অকল নিজৰ জিলাতেই নহয়, অসমৰ জিলাই জিলাই নিস্বাৰ্থ আৰু বিশ্বাসী কৰ্মী সৃষ্টি কৰিছিল। তেওঁ এজন অদম্য কৰ্মশক্তিসম্পন্ন লোক আছিল। নানা দুখ-কষ্ট সহ্য কৰি, পৰিয়ালক জৰাজীৰ্ণ ঘৰত থৈ, গাৱেঁ-গাৱেঁ ফুৰি আন্দোলনৰ কামত লাগিছিল। অসমত বিয়াল্লিছৰ আন্দোলনৰ গুৰি ধৰোঁতাসকলৰ ভিতৰত শঙ্কৰ বৰুৱা এজন প্ৰধান নেতা আছিল। পলাতক হৈ থকা কালছোৱাত চৰকাৰে পুলিচৰ হতুৱাই তেওঁৰ গোলাঘাটৰ ঘৰ-দুৱাৰ ভঙাই লণ্ডভণ্ড কৰাইছিল। তেওঁৰ পৰিবাৰে কোলাতে কেঁচুৱা লৈ প্ৰায় এবছৰতকৈ অধিককাল আশ্ৰয়ৰ বাবে ঘূৰি ফুৰিছিল, ৰাইজৰ দান-বৰঙণিৰে কোনোমতে পেট প্ৰবৰ্তাইছিল।

১৯৪২ চনৰ আন্দোলনৰ ভিতৰতে বৰুৱাক পুলিচে গ্ৰেপ্তাৰ কৰি জেলত আৱদ্ধ কৰি ৰাখে। ১৯·৫ চনত আন্দোলন স্থগিত হ'ল, ৰাজনৈতিক বন্দীসকল মুক্ত হ'ল। মুক্তি পাই শংকৰ বৰুৱাও ঘূৰি

আছিল ভগা-ছিগা, শূন্য ঘৰলৈ। বাইজে বাঁহ-কাঠ সংগ্ৰহ কৰি ঘৰ সাজি থাকিবপৰা কৰি দিলে। সস্তীয়া এনামেল, এলুমিনিয়ামৰ বাচনাদি আহৰণ কৰি জনপ্ৰিয় নেতা শংকৰ বৰুৱা কুটীৰবাসী হ'ল।

১৯৬৪ চনৰ ১ জুন তাৰিখে গুৱাহাটীৰ খাদী-গ্ৰামোদ্যোগ ব'ৰ্ডৰ সভাত যোগদান কৰি শিৱসাগৰৰ শ্ৰীযুত প্ৰিয় বৰুৱাৰে সৈতে চেনি-কুঠিৰ ফাললৈ বিক্সাৰে ঘূৰি আহোঁতে এটা দুৰ্ঘটনাত বিক্সাৰপৰা পৰি শংকৰ বৰুৱাৰ কঁকালৰ তলৰ হাঁড় এডাল ভাগে আৰু গুৱাহাটী মেডিকেল কলেজত প্ৰায় তিনিমাহ কাল চিকিৎসাধীন হয়। হস্পিতেলত থকা কালছোৱাত ৰাজকুমাৰ সুৰেশ্বৰ গোহাঁইদেৱৰ অশেষ যত্ন, স্নেহ আৰু শুশ্ৰূষাত তেওঁ আৰোগ্য হয়। হস্পিতেলৰপৰা আহি বৰুৱা আৰু কেইদিনমান শয্যাত থাকিবলগীয়া হৈছিল। তাৰ পাচত ক্ৰমে ভাল পোৱাত লাখুটিত ভৰ দি ফুৰা-চকা কৰিবলগীয়া হৈছিল।

মৃত্যুৰ আগদিনা শংকৰ বৰুৱাই অসুস্থ দেহাৰেই "শ্বহীদ কুশল কোঁৱৰ স্মৃতি ৰক্ষা সমিতি"ৰ সভা এখনত সভাপতিত্ব কৰিছিল। কুশল কোঁৱৰ ভৱনটো কিনি লোৱা সম্পৰ্কত সভাই লোৱা সিদ্ধান্তত তেওঁ চহী কৰিছিল। তাৰ উপৰি সেইদিনাই তেতিয়াৰ দেৱৰাজ ৰয় কলেজৰ অধ্যক্ষ ড° কালীচৰণ দাসৰ লগত কলেজৰ উন্নতি সম্পৰ্কে আলোচনা কৰে। ১৯৬৬ চনৰ ১৮ নৱেম্বৰ তাৰিখে গোলাঘাট ছিভিল হস্পিতেলত এইজন কৰ্মবীৰৰ কৰ্মময় জীৱনৰ অৱসান ঘটে। মৃত্যুৰ সময়ত তেওঁ চাৰিজন পুত্ৰ আৰু দুগৰাকী কন্যা এৰি থৈ যায়। মৃত্যুৰ কিছুদিনৰ পাচতে এই মহান লোকজনৰ স্মৃতি যুগমীয়া কৰি ৰাখিবৰ উদ্দেশ্যে ৰাজহুৱা এক প্ৰস্তাৱযোগে তেওঁৰ মৰণোত্তৰভাৱে 'কৰ্মবীৰ' উপাধিৰে বিভূষিত কৰা হয় আৰু গোলাঘাট নগৰৰ ভিতৰতে এটি পুখুৰীসহ এখনি পোৰোদ্যান "কৰ্মবীৰ শংকৰ বৰুৱা উদ্যান" নামেৰে স্থাপন কৰা হয়।

# বিপ্লৱী বীৰ শংকৰ বৰুৱাৰে প্ৰথম মুখামুখি

—শ্ৰীলক্ষ্যধৰ চৌধুৰী

১৯৪২ চন। ৯ আগষ্ট। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ স্মৰণীয় দিন। সেই দিনা মহাত্মা গান্ধীৰ নেতৃত্বত ইংৰাজ চৰকাৰৰ বিৰুদ্ধে সংগ্ৰাম ঘোষণা কৰা হ'ল।

তেতিয়া দ্বিতীয় মহাসমৰৰ সময়। আমাৰ দেশৰ শাসক ইংৰাজসকল মিত্ৰ শক্তিৰ গোষ্ঠীত। আন পক্ষত জাৰ্মানী, ইটালী আৰু জাপান। এই যুদ্ধত ইংৰাজক সহায় নকৰিবলৈ মহাত্মা গান্ধীয়ে আহ্বান জনাইছিল। ৮ আগষ্টৰ মাজ নিশা বোম্বাইত এখন বিৰাট জনসভাত মহাত্মা গান্ধীয়ে "ভাৰত ত্যাগ কৰা" এই বাণীৰে ইংৰাজক সীকয়নি জনালে। ৯ আগষ্টৰ দোকমোকালিতে মহাত্মা গান্ধী, চৰ্দাৰ পেটেল, মৌলানা আবুল কালাম আজাদ, ৰাজেন্দ্ৰ প্ৰসাদ আদি কংগ্ৰেছৰ অগ্ৰণী নেতাসকলক ইংৰাজ চৰকাৰে গ্ৰেপ্তাৰ কৰিলে। বোম্বাইত কংগ্ৰেছৰ সভাত যোগদান কৰি উভতি অহাৰ পথত চলন্ত ৰেলৰ ভিতৰতে অসমৰ ঘাই নেতা গোপীনাথ বৰদলৈ, সিদ্ধিনাথ শৰ্মা আদিক বন্দী কৰিলে। দেশ জুৰি হুলস্থুলীয়া পৰিবেশ সৃষ্টি হ'ল। জনতা জাগি উঠিল। এক অভূতপূৰ্ব আন্দোলনৰ সূত্ৰপাত হ'ল। চাওঁতে চাওঁতে ভাৰতৰ আৰু আমাৰ অসমৰো সকলো অগ্ৰণী দেশনেতা, দেশকৰ্মীক ইংৰাজ চৰকাৰে বন্দী কৰিলে। দেশৰ কাৰাবাসসমূহ দেশকৰ্মীৰ পদধূলিৰে মহাতীৰ্থত পৰিণত হ'ল। দেশৰ বিপ্লৱী জনতা আগবাঢ়ি আহিল। "কৰিম নহ'লে মৰিম"। মহাত্মা গান্ধীৰ এই বাণীকে সৰাগত কৰি দেশ উদ্ধাৰৰ কাৰণে সংগ্ৰামত জপিয়াই পৰিল।

তেতিয়া মই শিক্ষকতা কৰোঁ। উত্তৰ গুৱাহাটীৰ কমলদেৱ হাই স্কুলত। শিক্ষকতা এৰি আন্দোলনত যোগ দিলোঁ। গোনতে উত্তৰ গুৱাহাটী আৰু তাৰ আশে-পাশে সংগঠনত লাগিলোঁ। পয়োধৰ বৰুৱা, গিৰিশ চৌধুৰী আদিৰ সৈতে একগোট হ'লোঁ। গাৱেঁ-গাৱেঁ সভা-সমিতি পাতি গান্ধীজীৰ বাণী আৰু স্বাধীনতা সংগ্ৰামৰ প্ৰচাৰ আৰম্ভ কৰিলোঁ। চাই থাকোঁতে চাই থাকোঁতেই এক শকত সংগঠন গঢ়ি উঠিল। নীলকান্ত বৰুৱা, মহিম বৰুৱা, ধৰ্মেশ্বৰ মেধি, শুকৰাম ভুঞা, অজিত বৰুৱা আদি লোকসকলে আগ্ৰহেৰে আহি আমাৰ সংগঠনত যোগ দিলে। মহিলা সকলো আগবাঢ়ি আহিল। প্ৰেমলতা বৰুৱা, চম্পা বৰুৱা, ইন্দু চৌধুৰী আদিয়ে মহিলাসকলক সংগঠিত কৰাৰ কামত আগ ভাগ ল'লে।

মই গুৱাহাটীত থাকোঁ। ফটিক বোডৰ দদাইৰ পাঁজাত। সদায় পুৱা পাৰ হওঁ। নিশা কুমুদ, কোটোৰা বা লেতেৰাৰ নাৱেৰে পাৰ হওঁ। এনেতে এক নতুন পথ ওলাল। এদিনা পুৱাই যোগেশ ভট্টাচাৰ্য আহি ওলাল। মোৰ সম বয়সীয়া, কিন্তু পুৰণি কংগ্ৰেছ কৰ্মী। শুক্ৰেশ্বৰ এলেকাত থাকে। তেওঁ আহি ক'লে, "তোমাক বৰুৱাই এবাৰ মাতিছে।" বৰুৱা মানে হেম বৰুৱা। ত্যাগবীৰ হেম বৰুৱা। অসম কংগ্ৰেছৰ ধৰণী স্বৰূপ। তেওঁ ৰুগীয়া। ঢাৰি-পাতিত থাকে। উঠি-লৰি ভালকৈ ফুৰিব নোৱাৰে। ৰুগীয়া বুলিয়েই চৰকাৰে কাৰাবাসত থোৱা নাই। কিন্তু তেওঁ বহি নাথাকে। নৰিয়া পাটিৰ পৰাই আন্দোলনৰ গুৰি ধৰে। তেওঁৰ আমন্ত্ৰণ পাই মোৰ মনটো উগুল-থুগুল লাগিল। কিয় বা মাতিছে। কিবা ভুল কৰিলোঁ নেকি? সেইদিনা গধূলি শ্ৰীভট্টাচাৰ্যৰ লগত তেওঁৰ ওচৰলৈ গ'লোঁ। বৰুৱা উজান বজাৰৰ হেপী ভিলা অঞ্চলত থাকে। এটি সৰু ঘৰত। তাহানিৰ কংগ্ৰেছ অফিচৰ গাতে লগা। কংগ্ৰেছ অফিচ গুছি প্ৰেছ হৈছে। তাত এতিয়া কংগ্ৰেছ কৰ্মী, প্ৰাক্তন বিধায়ক মহাদেৱ দাস থাকে। এই আন্দোলনৰ সময়ত কংগ্ৰেক বে-আইনী ঘোষণা কৰিছিল। এই কংগ্ৰেছ অফিছ তলা লগাই বন্ধ কৰি থৈছিল।

ইংৰাজ চৰকাৰে। বকৰা আগতে এই অফিচতে আছিল। কিন্তু চৰকাৰে সেইটো জব্দ কৰাত তেওঁ এই নতুন নিবাস বাছি লৈছিল।

গধূলি হুয়ো ওলালোঁগৈ। ভট্টাচাৰ্য আৰু মই। বকৰা তেতিয়া বিছনাত বাগৰ দি আছিল। আমাক দেখিয়েই হাঁহি মাৰি উঠি বহিল। বকৰাৰ হাঁহি মোহনীয়। শিশুসুলভ হাঁহি। তাত অকনো কুটিলতা বা কপটতা নাই। মোৰ ফালে চাই সুধিলে "কাম এৰি দিলা?"

মই "হয়" বুলি মূৰ জোকাৰিলোঁ।

ঃ "এতিয়া কি কৰিছা?"

ঃ উত্তৰ গুৱাহাটী অঞ্চলত কংগ্ৰেছ সংগঠনৰ কাম কৰিছোঁ। সভা পাতি ইংৰাজ চৰকাৰক ধনে-জনে সহায় নকৰিবলৈ কৈছোঁ। মহিলা আৰু গাভৰুসকলৰ বাবে সুতা কটা আৰু হিন্দী পঢ়োৱাৰ ব্যৱস্থা কৰা হৈছে। ঘৰে ঘৰে সুতা কটাৰ হেঁপাহ বাঢ়িছে। "মই উত্তৰ দিলোঁ।"

"ভাল হৈছে। কিন্তু তুমি সেইবোৰ নকৰিলেও হ'ব বক্তৃতা দিব নালাগে। বক্তৃতা দিওঁতা লোকৰ অভাৱ নাই। কাম কৰা লোকৰহে অভাৱ। তুমি বক্তৃতা নিদিলেও দেশ স্বাধীন হ'ব। আন্দোলনো চলিব।"

মোৰ বুকু কঁপি উঠিল। কিহ'ল? মোক কিবা সন্দেহ কৰিছে নেকি? জ্বৰ ঘামে ঘামি গলোঁ। তেওঁ আকৌ মোৰ ফালে চাই হাঁহি মাৰি সুধিলে, "তুমি অভিনয় কৰা নহয়? নাটক লেখা নহয়?"

মোৰ মাত-বোল হৰিল। দোষীৰ দৰে অসহায়ভাৱে তেওঁৰ মুখলৈ চাই ৰ'লোঁ। তেওঁ হয়তো মোৰ মনৰ ভাব বুজিলে। তেওঁ হাঁহি মাৰি ক'লে—"মই তোমাক এটা নতুন ভাও দিম। দোকানীৰ ভাও। কি দৰে ভাও দিয়া চাম।" এই বুলি তেওঁ আকৌ গহীন হৈ পৰিল। ধীৰ-স্থিৰ ভাৱে ক'লে, "কংগ্ৰেছক বে-আইনী কৰিছে। আমাৰ খাদী প্ৰতিষ্ঠানখনো বন্ধ হৈ আছে। তুমি তাত বহিব লাগে। পাঁচ শ টকা দিব পাৰিবা?"

ঃ "পাৰিম।"

ঃ "বেছ। সেইখন দোকান তোমাৰ হ'ল।"

মই বুকুত অলপ সাহ বান্ধিক'লো, "মই ব্যৱসায়ৰ একো ভু নাপাওঁ। কেনেকৈ দোকান চলাম ?"

ঃ "দোকান চলিব নালাগে। তুমি চলি থাকিলেই হ'ব। তাত যি বস্তু আছে তাকে লৈ বহিবা। আমাক কাপোৰ যোগোৱা মানুহ-বোৰ আহিব নহয় ? আহিলে দুই-এপদ ৰাখিবা। আমাৰ অফিচ নাই। গাওঁ-ভুঁইৰ কৰ্মীসকলে আহি আমাক আন্দোলনৰ বা-বাতৰি যোগাব নোৱাৰা হৈছে। সেইখন দোকান সকলোৰে চিনাকি। তুমি তাত বহি আচলতে এই কামকে কৰিব লাগিব। যি চিঠি-পত্ৰ আহে বা যি টোকা আহে গধূলি মোক আনি দিবাহি। বুজিলা ? যোৱা। কাইলৈ আহি মোৰ পৰা ছাবি লৈ যাবাহি। ধনথিনিও দুই-এদিনতে দিবা।" এই বুলি তেওঁ আমাক বিদায় দিলে। বাটত যোগেশ ভট্টই নিৰ্ভয় দি আহিল। ক'লে ঃ "এইটো কৰিলে বৰ ডাঙৰ কাম কৰা হ'ব। চিন্তা নকৰিবা, মই আৰু পণ্ডিতে ( হৰেশ্বৰ শৰ্মা ) খা-খবৰ লৈ থাকিম।" এইদৰে ত্যাগবীৰ হেম বৰুৱাৰ পৰিচালনাত জীৱন নাটত মই দোকানীৰ ভাও দিলো। খাদী প্ৰতিষ্ঠান গুচি দোকানৰ নাম হ'ল "অমলালয়"। মই তাৰ মহাজন হ'লো।

* * *

সন্ধিয়া সদায় বৰুৱাৰ ওচৰলৈ যাওঁ। এইটো নিৰ্দ্ধাৰিত কাৰ্যসূচী। দিনটোৰ বা-বাতৰি দিব লাগে। বৰুৱাদেৱৰ মুখৰপৰাও অসমৰ বিভিন্ন ঠাইৰ কথা শুনো। আন্দোলনৰ কথা। কংগ্ৰেছকৰ্মীৰ মহান স্বাৰ্থত্যাগৰ কথা। ইংৰাজ চিপাহীৰ অমানুষিক অত্যাচাৰৰ কথা। বৰুৱাদেৱে বিভিন্ন কাম যাচে। কাৰোবাৰ ঘৰত ধন দিয়া। কাৰোবাৰ কাৰণে দৰৱ-জাতিৰ ব্যৱস্থা কৰি দিয়া।

এইজনা দেশনেতাৰপৰা বহু কথা শিকিলো। তেওঁ এজন কৰ্মীৰ আগত কোৱা কথা আন এজনৰ আগত সদৰি নকৰে। সকলো গুপুত। বিভিন্নজন কৰ্মীক বিভিন্ন কাম যাচে। অসমৰ ইমূৰৰপৰা সিমূৰলৈকে সকলো কংগ্ৰেছ কৰ্মীকে চিনি পায়। নতুন কোনোবা আহি এই

আন্দোলনত যোগ দিয়াৰ কথা শুনিলে পৰম তৃপ্তি পায়। ৰাজনীতি কৰিলে কথা কোৱা দিশত সদায় সতৰ্ক থাকিব লাগে। সক কাম হ'লেও তাক নিষ্ঠাৰে পালন কৰিব লাগে। সেই সময়ত এই আন্দোলনৰ কথা লিখা চিঠি কৰা কাগজ ওলায়। সেইবোৰ গুপুত-ভাৱে ছপোৱা হয়। এজনক দুখন কাগজ দিয়াৰ তেওঁ পক্ষপাতী নাছিল। এইজনা মহান নেতাৰপৰা এনেধৰণৰ বহু শিক্ষা লাভ কৰিছিলো। এনে নিঃস্বাৰ্থ কৰ্মী বা নেতাৰ কাৰণেই মহাত্মাজীৰ কংগ্ৰেছ মহান আছিল। বাইজেও কংগ্ৰেছ কৰ্মীক বৰ শ্ৰদ্ধাৰ চকুৰে চাইছিল। মই শিক্ষক আছিলো। এতিয়া এইজনা নেতাৰ পৰা প্ৰকৃত দীক্ষা ল'লো। এই দীক্ষাৰপৰা জীৱনত বহু উপকাৰ পোৱাৰ কথা অনুভৱ কৰো। বৰুৱাদেৱ ৰুগীয়া। কেতিয়াবা কেতিয়াবা, তেওঁ পাটীত ছট্‌ফটাই থাকে। কিন্তু সকলো সময়তে তেওঁ দেশৰ কামৰ কথাই চিন্তা কৰিছিল। নিজৰকথা নাভাবি বিভিন্ন কৰ্মীৰ সুখ-দুখৰ কথা ভাবিছিল। ঘৰ-সংসাৰ নকৰিও বৰুৱাদেৱ এজন আদৰ্শ গৃহস্থ আছিল। সকলো সৰু-বৰ দেশকৰ্মীৰ ঘৰখনেই যেন তেওঁৰ ঘৰ এনে মনোভাৱ পোষণ কৰিছিল। সেই সময়ত কাৰাবাসত থকা কৰ্মীসকলৰ সতি-সন্ততি বা পৰিয়ালৰ ভাল-বেয়াৰ কথা তেওঁ সদায় মনত ৰাখিছিল। আৱশ্যক বুজি তাৰ প্ৰতিবিধানৰ ব্যৱস্থা কৰিছিল। এইজনা মহান ত্যাগী লোকৰ ওচৰলৈ আহি মই নিজেই ধন্য হোৱা যেন লাগিছিল। তেওঁৰ বিশ্বাস আৰু চেনেহ পাই পৰম কৃতাৰ্থ হৈছিলো।

বৰুৱাই আন্দোলনৰ বা-বাতৰি যুগুতাই আমাৰ যোগেৰে প্ৰেৰণ কৰিছিল। কংগ্ৰেছৰ পুৰ মণ্ডলৰ ধনভঁৰালী তেতিয়া কলিকতাত থাকে। তাৰপৰা ধন অনাৰ কাৰণে আমাক নিয়োগ কৰিছিল। ৰাজনীতিত দেশৰ প্ৰতি থাকিবলগীয়া নিষ্ঠা আৰু সততাৰ কথা বৰুৱা-দেৱৰ প্ৰত্যেক কামতে পৰিলক্ষিত হৈছিল। সেয়েহে ত্যাগবীৰ বৰুৱা-দেৱক আমাৰ প্ৰথম গুৰুৰূপে মানি লৈছিলো। তেওঁৰ ভেউকাৰ তলতে থাকি আমি ৰাজনীতিৰ ক-খ শিকিছিলো।

* * *

সেই সময়ৰে কথা। এদিন সন্ধিয়া, আন দিনা যোৱাৰ দৰে বৰুৱাৰ ওচৰলৈ গৈছিলো। বৰুৱাদেৱে ক'লে, "বুজিছা, শংকৰৰ পৰা আজি বহুদিন একো বা-বাতৰি পোৱা নাই। ইফালে ইংৰাজ চৰকাৰে তেওঁক ধৰা পেলাবলৈ সকলো ফান্দ পাতিছে। ধনৰ লোভো দেখুৱাইছে। ধৰা পৰিলে আন্দোলনেই সেমেকি যাব। তুমি এবাৰ যোৰহাটলৈ যাব লাগে। শংকৰৰ বা-বাতৰি লৈ আহিবলৈ।" শংকৰ মানে শংকৰ বৰুৱা। মই আনন্দিত হ'লো। তেতিয়া শংকৰ বৰুৱা বিদ্ৰোহীসকলৰ মুখত। তেওঁক লৈ ইতিমধ্যে বহু কথা-উপকথা ৰাজ্য-জুৰি বিয়পিছে। তেওঁক লগ ধৰিব পৰাতো বৰ গৌৰৱৰ কথা হ'ব। কিন্তু কেনেকৈ তেওঁক লগ পাম সেই বিষয়ে মই একেবাৰে অজ্ঞাত। মই নিঃসহায়ৰ দৰে ক'লো, "বৰুৱাদেৱক ক'ত লগ পাম? তেওঁ বা ক'ত আছে?

ঃ "তুমি তাৰ বাবে চিন্তা কৰিব নালাগে। তুমি মাত্ৰ সাজু হোৱা। মই সকলো ব্যৱস্থা কৰি দিম।" দুদিনাৰ পিচতে মই সাজু হ'লো। বৰুৱাদেৱে দিহা দিলে—"তুমি যোৰহাট পায়েই দেৱেশ্বৰ শৰ্মাৰ ঘৰলৈ যাবা। তেওঁ নাই, জেলতে আছে। কিন্তু উপেন আছে। তুমি উপেন ৰাজখোৱাক চিনি পোৱা নহ'য়?"

ঃ "পাওঁ। কলেজত পঢ়াৰ কালত তেওঁক পাইছিলো।"

ঃ "বেছ। তেওঁক লগ ধৰিলেই বৰুৱাৰ সম্ভেদ পাবা। তেওঁ সকলো ঠিক-ঠাক কৰি দিব।"

এটা খামত ডাঙৰ '১' এটা লেখি মোৰ হাতত দি ক'লে—এইখন শংকৰক দিবা। তেওঁক লগ ধৰিব নোৱাৰিলে আনৰ হাতত নিদিবা। ওভোতাই লৈ আহিবা।" ৰাজখোৱালৈ বুলি এটুকুৰা সৰু কাগজ দিলে। তাত লিখা আছিল, "এওঁক পঠালো।" সিমানেই। তলত হেম বৰুৱাৰ হাতৰ চহীটো। মই আচৰিত হ'লো। বৰুৱাদেৱৰ মুখৰ পিনে চাই ৰ'লো। তেওঁ হাহি মাৰি ক'লে—বিপ্লৱৰ সময়ত এয়েই নিয়ম। খোৰতে সকলো হ'ব লাগে।

*  *  *

যোৰহাট পালোগৈ। শ্ৰীদেৱেশ্বৰ শৰ্মাৰ ঘৰলৈ গ'লো। তাত ৰাজখোৱাক লগ ধৰি বৰুৱাদেৱে দিয়া কাগজখন দিলো। তেওঁ কাগজখন দেখি হাঁহিলে। মই অহাৰ কাৰণ ক'লো। শংকৰ বৰুৱাক লগ ধৰি বা-বাতৰি লৈ যাব লাগে। ৰাজখোৱা ততালিকে উঠিল। ক'লে—"এজন মানুহৰ ওচৰলৈ যাওঁ আহক।"

দুয়ো খোজ ললো। যোৰহাট-মৰিয়নী ৰাজআলিৰ প্ৰাৰম্ভতে ইলি চিনেমাৰ সন্মুখত এখন 'ভকেচনেল ট্ৰেইনিং চেণ্টাৰ।' সন্মুখত বাঁহৰ চচালি দিয়া দলং। দলং পাৰ হৈ সেই চেণ্টাৰত সোমালোগৈ। তাত গৈ দেখো কিছুমান ছাত্ৰ-ছাত্ৰীয়ে টাইপ শিকিছে। দুই এজনে টৰে টক্কা শিকিছে। এজন লোক তেওঁলোকৰ কাষে কাষে ঘুৰি ফুৰিছে। মানুহজন সৰুফুটীয়া। বৰণ ক'লা। চুলি চুটি চুটি কিন্তু কেঁকোৰা। প্ৰথম দেখিয়েই তেওঁক মোৰ দক্ষিণ ভাৰতৰ লোক যেন অনুমান হ'ল। আমাক দেখি তেওঁ ততালিকে ঘুৰিল। তেওঁৰ বহা কোঠালীলৈ আমাক আগবঢ়াই নিলে। আমাক বহিবলৈ কৈ অহাৰ কাৰণ সুধিলে। ৰাজখোৱাই থোৰতে মোৰ চিনাকি দি বৰুৱাদেৱক লগ পাবলৈ অহাৰ কথা ক'লে। তেওঁ অকণো সময় নষ্ট নকৰি সুধিলে, "আপুনি চাইকেল চলাব জানে নহয়?" মই হয়ভৰ দিলো। তেওঁ মোক এক বজাত তেওঁৰ অফিচলৈ আহিবলৈ ক'লে। আমি উভতিলো। বাটত ৰাজখোৱাই মানুহজনৰ চিনাকি দিলে। তেওঁ দেৱানন্দ ভৰালী।

নিৰ্দ্ধাৰিত সময়ত মই সেইখিনি ওলালোগৈ। ভৰালীয়ে দুখন চাইকেল যুগুতাই থৈছিল। দুয়ো দুখনত উঠি চাৰিগাঁৱলৈ বুলি ৰওণা হ'লো।

* * *

চাৰিগাওঁ পালোগৈ। ভৰালীয়ে মোক নি এঘৰ লোক ঘৰত বহুৱালেগৈ। সেইটো ঘৰ বংশী দত্তৰ। দত্ত তেতিয়া জেলত। তেওঁৰ পৰিবাৰ সুধালতা দত্ত আছে। মোক তাতে বহুৱাই থৈ ভৰালী ততাতৈয়াকৈ এফালে গ'লগৈ। পথরুৱা আলিয়েদি যোৱা দেখিলো। অলপ পিচত দেখিলো ভৰালী উভতিছে। লগত আনএজন লোক শংকৰ

ককৰা। বকৰাদেৱক মই আগতেও দেখিছিলো। কথা পতাৰ সুযোগ বা সুবিধা পোৱা নাছিলো। বকৰা তেতিয়া পলাতক। ভাবিছিলো দাঁড়িয়ে-গোফে ভোবোকাৰ এজন মানুহ দেখিম। কিন্তু নহয়। যি বকৰা—সেই বকৰাই হৈ আছে। পিন্ধনত শুদ্ধ খাদী। হাতত এটি টাকুৰী। বহি কথা পাতি থাকোঁতে টাকুৰী ঘূৰাই সূতা কাটি থাকে। মোক তেওঁ বহুদিনীয়া চিনাকি লোকৰ দৰে ব্যৱহাৰ কৰিলে। ফ্লেপৰপৰা এটা টেমা উলিয়াই তাৰপৰা দুটা ইলাচী খাবলৈ দিলে। মই হেম বৰুৱাদেৱে দিয়া চিঠিৰ খামটো তেওঁৰ ফালে আগবঢ়াই দিলো। তেওঁ খামটো খুলি চিঠিখন উলিয়ালে। চিঠিখনৰ লগত অলপ ধন দিয়াও দেখিলো। চিঠিখন পঢ়ি বৰুৱাদেৱে ক'লে, "মই এবাৰ গুৱাহাটীৰ ফালে যাবলৈ বিচাৰো। হেম বৰুৱাদেৱেৰে বহু কথা আলচিবলৈ আছে। ইয়াত এমুৰীয়াকৈ সোমাই আছো। যোগাযোগ হেৰাই গৈছে। আন্দোলনৰ ঘাই কথাই হৈছে কৰ্মীসকলৰ লগত যোগাযোগ।"

মই নম্ৰভাৱে ক'লো, "আপুনি পলাতক। চৰকাৰে আপোনাক ধৰি দিব পাৰিলে পুৰস্কাৰ ঘোষণা কৰিছে। এনে স্থলত আপুনি মুকলিভাৱে ওলাই ফুৰিলে ।" কথাষাৰ শেষ কৰিব নোৱাৰিলো। তেওঁ ঠিতাতে ধৰিলে, "পলাতক? মই পলাতক নহওঁ। ভীৰুৱেহে ভয়ত পলায়। এই ভয়ত পলোৱা নাই। মই যুঁজিবলৈহে এনে পথ বাছি লৈছো। আত্মগোপন কৰিছো। মই অজ্ঞাতবাসী। এইখন মোৰ দেশ। মোৰ ঘৰ। মোৰ ঘৰত ডকাইত সোমাইছে ঘৰ লুটি নিবলৈ। এই ডকাইত খেদিব নোৱাৰো মানে আমি যুঁজিম। গান্ধীজীয়ে ইংৰাজক 'ভাৰত ত্যাগ' কৰিবলৈ সীকয়াইছে। আমি গান্ধীজীৰ সৈনিক। আমি ইংৰাজক ভাৰত ত্যাগ কৰিবলৈ বাধ্য কৰাব লাগিব।" এনেদৰে কৈ গ'ল। কোনো উত্তেজনা নাই। ধীৰ-স্থিৰভাৱে কৈ গ'ল। সুধালতা দত্তই আহি জলপান যুগুতাই দিলে। আমি তিনিও বহি সেই অভ্যৰ্থনা গ্ৰহণ কৰিলো। এনেদৰে প্ৰায় এঘণ্টাৰো ওপৰ কাল বৰুৱাদেৱেৰে কথা হ'ল। ভৰালীয়ে ইংগিত দিলে। উঠিবৰ

হ'লো। আমি বিদায় মাগিলো। বৰুৱাদেৱে যাই আলিলৈকে আমাক আগবঢ়াই দিলে। শেষত তেওঁ ক'লে, "যোগাযোগ ৰাখিব। মই অলপতে গুৱাহাটীৰ ফালে যাম। আকৌ সংগঠিত হৈ একেলগে যুঁজিব লাগিব।"

আমি চাইকেলত উঠি যোৰহাটমুৱা হ'লো। মনটো বৰ ফৰকাল-ফৰকাল লাগিল। অসমৰ বিখ্যাত বিপ্লৱী বীৰ শংকৰ বৰুৱাৰ সৈতে মুখামুখি হ'লো। মানুহজনক আপোন আপোন লাগিল। সঁচাকৈয়ে বৰ আপোনেই। তেওঁ নেতৃত্বত আমি আকৌ সংগঠিত হ'লো। এইবাৰ আন্দোলনৰ গতি বেলেগ হ'ল। শংকৰ বৰুৱাই অসীম সাহসেৰে এই স্বাধীনতা সংগ্ৰামৰ গুৰি ধৰিলে। আমি তেওঁৰ পিচত থিয় হ'লো।

# '৪২ৰ বিপ্লৱী বীৰ শংকৰচন্দ্ৰ বৰুৱা

—গোলাপ বৰবৰা

১৯৪২-ৰ গণবিপ্লৱ ভাৰতৰ শেষ স্বাধীনতা সংগ্ৰাম। ইংৰাজ চৰকাৰৰ বিৰুদ্ধে গান্ধীজীৰ নেতৃত্বত ১৯২১ চনত হৈছিল অসহযোগ আন্দোলন, ১৯৩০-৩১ চনত হৈছিল আইন অমান্য আন্দোলন। সেই আন্দোলনত গোটেই ভাৰতত তীব্ৰ আলোড়নৰ সৃষ্টি হৈছিল। পঞ্চাশ হাজাৰকৈ লোক গ্ৰেপ্তাৰ হৈছিল। বহুতো ছাত্ৰই স্কুল-কলেজ এৰিছিল, বহুতো উকীলে কাছাৰীলৈ অহা বাদ দিছিল। ১৯৩৫ চনৰ শাসন সংস্কাৰৰ নামত ১৯৩৭ চনত সীমাবদ্ধ ভোটাধিকাৰৰ ভিত্তিত দেশত নিৰ্বাচন পতা হ'ল। কেন্দ্ৰত গঠন হ'ল চেণ্ট্ৰেল লেজিছলেটিভ এচেম্ব্লি, প্ৰদেশবিলাকত লেজিছলেটিভ কাউঞ্চিল। মূল ক্ষমতা কিন্তু ৰৈ গ'ল বৃটিছ ভাইছৰয় আৰু তেওঁৰেই অনুগত গভৰ্ণৰসকলৰ হাতত। জাতীয় কংগ্ৰেছে সাতখন প্ৰদেশত বহুমত লাভ কৰি চৰকাৰ গঠন কৰিলে সেই নিৰ্বাচনত অসমত কংগ্ৰেছ বৃহত্তম গোট হৈ জয়ী হ'ল যদিও একক সংখ্যাগৰিষ্ঠতা নাপালে। প্ৰথমে ছাদুল্লা চাহাবৰ নেতৃত্বত মুছলীম লীগ, চাহ-মালিক গোষ্ঠীৰ মনোনীত প্ৰতিনিধি আৰু নিৰ্দলীয় সদস্য কিছুমানৰ সমৰ্থন লৈ মুছলিম লীগ কোৱালিশ্যন মন্ত্ৰীসভা গঠিত হ'ল। এই মন্ত্ৰীসভাই ভূমি, ৰাজহ ইত্যাদিৰ ক্ষেত্ৰত বৃটিছৰ স্বাৰ্থৰ বিৰোধিতা নকৰাত অসমবাসী অসন্তুষ্ট হ'ল। তেতিয়াৰ কংগ্ৰেছ সভাপতি মৌলানা আজাদ অসমলৈ আহি পুনৰ কংগ্ৰেছ মন্ত্ৰীসভা কৰাৰ সম্ভাৱনা নেদেখি ঘূৰি গ'ল।

১৯৩৮ চনত সুভাষচন্দ্ৰ বসু কংগ্ৰেছ সভাপতি হোৱাৰ কেইদিন-মানৰ পিচতে তেখেত অসমলৈ আহিল অসমতো মুছলীম লীগ চৰকাৰ ভাঙি কংগ্ৰেছ চৰকাৰ পাতিবৰ কাৰণে। তেখেতে শ্বিলং-গুৱাহাটীত

কেইবাদিনো থাকি তৰুণৰাম ফুকনৰ সহযোগত কেইজন নির্দলীয় সদস্যক কংগ্রেছত যোগ দিয়ালে। শিলঙত বহা এচেমব্লিৰ অধিবেশনত ছাদুল্লা চৰকাৰৰ বিৰুদ্ধে অনাস্থা প্রস্তাৱ গ্রহণ কৰা হ'ল আৰু গোপীনাথ বৰদলৈৰ নেতৃত্বত অসমতো কংগ্রেছ চৰকাৰ গঠিত হ'ল।

ভাৰতৰ বিভিন্ন প্রদেশত এইদৰে গঠিত হোৱা কংগ্রেছ চৰকাৰবিলাকে দেশৰ জনসাধাৰণৰ হকে বহুতো ভাল কাম কৰিছিল। কিন্তু সেই চৰকাৰবিলাকৰ হাতত বিশেষ ক্ষমতা নাছিল, বৃটিছ গভর্ণৰসকলে কামত প্রায়ে হকাবাধা কৰিছিল। গতিকে নিখিল ভাৰত কংগ্রেছ কমিটিৰ নির্দেশত ভাৰতৰ বিভিন্ন প্রদেশৰ কংগ্রেছ চৰকাৰসমূহে ১৯৩৯ চনৰ চেপ্তেম্বৰ মাহত চৰকাৰৰপৰা ইস্তফা দিলে।

ইতিমধ্যে ১৯৩৯ চনত দ্বিতীয় মহাযুদ্ধ আৰম্ভ হ'ল। ইংৰাজ চৰকাৰে ভাৰতৰ জনসাধাৰণৰ কোনো মতামত নোসোধাকৈ বৃটিছ সৈন্যবাহিনীৰ কাৰণে ধন-জন, ৰছদ-পাতি সংগ্রহ কৰিবলৈ ধৰিলে। ইউৰোপত জাৰ্মানীয়ে ইখনৰ পাচত সিখন দেশ জয় কৰিলে আৰু ইংলণ্ডৰ ওপৰতো বিমান আৰু নৌ-বাহিনীৰ আক্রমণ আৰম্ভ কৰিলে। এচিয়াত জাপানে পার্ল-হার্বাৰত আমেৰিকান নৌ-বহৰ ধ্বংস কৰি ইণ্ডোনেচিয়া, মালয়, ছিংগাপুৰ, ব্রহ্মদেশ আদি জয় কৰি ভাৰতৰো বিভিন্ন ঠাইত বোমা বর্ষণ কৰিলে। ভাৰতবাসী স্বাভাৱিকতে ইংৰাজ চৰকাৰৰ ওপৰত বিক্ষুব্ধ হৈ উঠিল।

কংগ্রেছৰ ভিতৰত সমাজবাদী আৰু অন্যান্য বামপন্থী চিন্তাধাৰাৰ লোকসকলে গান্ধীজীক হেঁচা দি আছিল স্বাধীনতা সংগ্রাম আৰম্ভ কৰিবৰ কাৰণে। গান্ধীজীয়ে তেতিয়াও ভাবিছিল যে ভাৰতবাসী চূড়ান্ত সংগ্রামৰ কাৰণে প্রস্তুত হোৱা নাই। তেখেতে ভাৰতৰ বুকুত বৃটিছ চৰকাৰৰ যুদ্ধ প্রচেষ্টাৰ প্রতিবাদ জনাবলৈ ১৯৪০ চনত দেশৰ বচা বচা কংগ্রেছ কর্মীসকলৰ দ্বাৰা ব্যক্তিগত সত্যাগ্রহ আৰম্ভ কৰিলে। দেশবাসীক ইংৰাজ চৰকাৰক যুদ্ধৰ বাবে সহায় নকৰিবলৈ আহ্বান জনালে। ধ্বনি হ'ল—"সাম্রাজ্যবাদী যুদ্ধৰ কাৰণে এজনো মানুহ, এটাও পইচা নিদিব।" এনে অৱস্থাত কলিকতাৰ নিজ বাসস্থানত

নজৰবন্দী হৈ থকাৰপৰা সুভাষ বসু পলায়ন কৰি কাবুল হৈ প্ৰথমে ইটালী আৰু তাৰ পিচত জাৰ্মেনী পালেগৈ। ভাৰতবৰ্ষৰ স্বাধীনতাৰ কাৰণে সহায় কৰিবলৈ হিটলাৰৰ লগত আলোচনা কৰিলে। হিটলাৰৰ-পৰা ভাল সঁহাৰি নোপোৱাত এখন জাৰ্মান শিহু জাহাজেৰে দীঘলীয়া সমুদ্ৰযাত্ৰা কৰি জাপান পালেগৈ আৰু ভাৰতৰ স্বাধীনতাৰ কাৰণে সম্মানজনক চুক্তিত সহায় বিচাৰি জাপানৰ প্ৰধানমন্ত্ৰীৰ লগত আলোচনা কৰিলে। তাৰ পিচতে চিঙ্গাপুৰলৈ আহি দক্ষিণ-পূৱ এচিয়াত জাপানৰ হাতত বন্দী হৈ থকা বৃটিছ সৈন্যবাহিনীৰ ভাৰতীয় সৈন্যসকলক লৈ আজাদ হিন্দ ফৌজ গঠন কৰিলে। সৰ্বাধিনায়ক সুভাষ বসু "নেতাজী" নামে পৰিচিত হ'ল। আজাদ হিন্দ ফৌজ "চলো দিল্লী" ধ্বনিৰে ব্ৰহ্মদেশৰপৰা ইম্ফল কহিমা হৈ অসম সোমাব আৰু দিল্লীলৈ আগবাঢ়ি যাব লালকিল্লাত ত্ৰিৰঙ্গ পতাকা উৰাই দেশ স্বাধীন কৰিবৰ কাৰণে। আজাদ হিন্দ ৰেডিঅ' যোগে ভাৰতবাসীক স্বাধীনতাৰ মন্ত্ৰেৰে উদ্বুদ্ধ কৰিবলৈ ধৰিলে।

১৯৪২ চনৰ ৮ আগষ্টত বম্বেত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বৈঠক বহিল। সৰ্বসম্মত প্ৰস্তাৱযোগে ইংৰাজ চৰকাৰক ভাৰত ত্যাগ কৰিবলৈ দাবী কৰা হ'ল। গান্ধীজীক আন্দোলন পৰিচালনাৰ কৰ্তৃত্ব দিয়া হ'ল। প্ৰস্তাৱত ইয়াকো কোৱা হ'ল যে, নেতাসকল গ্ৰেপ্তাৰ হ'লে জনসাধাৰণে নিজেই আন্দোলন চলাই যাব। পিচদিনা ৯ আগষ্ট। গোৱালিয়া টেঙ্ক ময়দানত মুকলি অধিবেশনত সেই প্ৰস্তাৱৰ ওপৰত গান্ধীজী আৰু অন্য নেতাসকলে বক্তৃতা দিয়াৰ কথা। ৮ আগষ্ট তাৰিখে ৰাতিয়েই নেতাসকলক গ্ৰেপ্তাৰ কৰি বিভিন্ন জেললৈ পঠোৱাৰ ব্যৱস্থা কৰিলে। ৯ আগষ্টত দিনা ময়দান লোকে লোকাৰণ্য, নেতাসকল গ্ৰেপ্তাৰ হোৱাৰ কথা ইতিমধ্যে প্ৰকাশ পাইছে। সকলোৰে মনত উৎকণ্ঠা। এনে সময়তে অৰুণা আছফ আলি জনতাৰ ভিৰ ঠেলি পতাকা উত্তোলন কৰিবলগীয়া স্থানলৈ আহিল। নিৰৱে পতাকাখন উত্তোলন কৰি এষাৰ মাত্ৰ কথা ক'লে—"Now the revolution begins"—অৰ্থাৎ এই মুহূৰ্তৰপৰাই বিপ্লৱ আৰম্ভ

হ'ল। তাৰ পিচতে তেওঁ জনতাৰ মাজত অদৃশ্য হৈ গ'ল। নিৰস্ত্ৰ জনতাই সশস্ত্ৰ পুলিচ বাহিনীক ফেৰ পাতি ধৰিলে। চলিল লাঠি, গুলি, অশ্ৰু-গেছ আদিৰে দমন কাৰ্য। কেইদিনমানৰ ভিতৰতে প্ৰতিখন প্ৰদেশত কংগ্ৰেছৰ নেতাসকল গ্ৰেপ্তাৰ হ'ল। জনসাধাৰণেও প্ৰতিৰোধ আন্দোলন গঢ়ি তুলিলে। দেৱালীৰ দিনা নিশা বিহাৰৰ হাজাৰিবাগ জেলৰপৰা জয়প্ৰকাশ নাৰায়ণ, ডাঃ ৰামমনোহৰ লোহিয়া, সুৰুয নাৰায়ণ সিং আদি ভালেকেইজন নেতা পলাই গ'ল আৰু গোপনে বিপ্লৱৰ বাণী প্ৰচাৰ কৰিবলৈ ধৰিলে। পলাতক অৱস্থাতে অৰুণা আছফ আলিয়েও তেওঁলোকৰ লগত যোগাযোগ কৰিলে। জয়প্ৰকাশ, লোহিয়া আদিক কিছুদিনৰ পাচত আকৌ পুলিচে ধৰি নিৰাপদ দূৰত্বত নেপালৰ বিৰাটনগৰ জেলত বন্দী কৰি ৰাখিলে। তাৰপৰাও বিহাৰৰ "আজাদ হিন্দ দস্তা"ৰ বীৰ যোদ্ধাসকলে জেল আক্ৰমণ কৰি তেওঁলোকক মুকলি কৰি আনিলে, জয়প্ৰকাশ, লোহিয়া, অচ্যুত পট্টবৰ্দ্ধন আৰু অৰুণা আছফ আলিয়ে গোপনে দেশৰ বিভিন্ন অঞ্চল ভ্ৰমণ কৰি স্বাধীনতা সেনানীসকলক লগ ধৰি প্ৰতিৰোধ আন্দোলন শক্তিশালী কৰাৰ প্ৰচেষ্টা চলাই গ'ল। ব'ম্বেত ডাঃ লোহিয়া আৰু উষা মেহতাই এটা গোপন ট্ৰেন্সমিটাৰ বছৰাই "কংগ্ৰেছ ৰেডিঅ" যোগে স্বাধীনতাৰ বাণী প্ৰচাৰ কৰাৰ লগতে বিপ্লৱৰ কাৰ্যসূচীও প্ৰচাৰ কৰিছিল।

ভাৰত-ত্যাগ আন্দোলনৰ এই পৃষ্ঠভূমিতেই অসমৰ বিপ্লৱী শঙ্কৰ বৰুৱাৰ কথা শ্ৰদ্ধাৰে সুঁৱৰিব লাগিব। তেখেত আছিল গোলাঘাট জিলাৰ অন্যতম কংগ্ৰেছ নেতা আৰু প্ৰদেশ কংগ্ৰেছ কমিটিৰ সদস্য। জয়-প্ৰকাশ, লোহিয়া আদিৰ সমাজবাদী চিন্তাধাৰাৰ দ্বাৰা প্ৰভাৱিত শংকৰ বৰুৱা সেইসময়ৰ আন বহুতো কংগ্ৰেছ নেতাৰ দৰে আইনজীৱী বা ব্যৱসায়ী নাছিল, আছিল কংগ্ৰেছৰ এজন সৰ্বক্ষণ কৰ্মী। পূৰ্বৰ শিৱসাগৰৰ অধিবাসী গোলাঘাটলৈ ভালেকেইবছৰ আগতে আহি স্থায়ীভাৱে বসবাস কৰি কংগ্ৰেছৰ সংগঠনৰ কামত ঘূৰি ফুৰিছিল। তেতিয়াৰ সৰু চহৰ গোলাঘাটৰ আমোলাপট্টিত (এতিয়াৰ নতুন

আমোলাপট্টি) আগফালে তাণ্ডব চোতাল এখনেৰে এটা খেৰী ঘৰত তেখেতৰ পৰিয়ালে বাস কৰিছিল। দূৰ-দূৰণিৰ গাঁৱৰ কংগ্ৰেছ কৰ্মীসকল তেখেতৰ ঘৰলৈ আহিছিল। গুলাই-নিকাই ভাত এমুঠিৰ কোনোদিনেই অভাৱ নহৈছিল তেখেত ঘৰত থাকক বা নাথাকক। তেখেতৰ লগতে আছিল কমিউনিষ্ট নেতা ধীৰেন দত্ত। দত্তক লগ পাবলৈ অহা কমিউনিষ্ট কৰ্মীসকলকো বৰুৱাণীয়ে আথে-বেথে ভাত ৰান্ধি খুৱাইছিল, দত্ত নাথাকিলে দলীয় কাগজপত্ৰও আটোম-টোকাৰিকৈ ৰাখিছিল। আগফালৰ চোতালৰ দাঁতিও আছিল কেইটামান সৰু সৰু খেৰীঘৰ। বোকাখাত, সৰুপথাৰ, মিকিৰ পাহাৰ (কাৰ্বি আংলং) আদিৰপৰা গোলাঘাটৰ হাইস্কুলত পঢ়িবলৈ অহা ভালেকেইজন ছাত্ৰই ঘৰৰ পৰা চাউলপাত আনি সেই ঘৰ-কেইটাত থাকি নিজে ভাত ৰান্ধি খাই হাইস্কুলত পঢ়িছিল। আপদে-বিপদে বুদ্ধি পৰামৰ্শ দি বৰুৱাই তেওঁবিলাকক সহায় কৰিছিল।

জনসাধাৰণৰ মাজত সংগঠনৰ কামত ঘূৰি ফুৰা শঙ্কৰ বৰুৱাই বম্বেত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বৈঠক আহ্বানৰ লগে লগে বুজিব পাৰিছিল যে এইবাৰ শেনৰ এজাত, এইবাৰৰ সংগ্ৰাম হ'ব স্বাধীনতাৰ শেষ সংগ্ৰাম। গতিকে তেখেতে আগতেই স্থিৰ কৰিলে যে এইবাৰ গ্ৰেপ্তাৰ এৰাই চলিব লাগিব। গতিকে '৪২-ৰ ৯ আগষ্টত ভাৰত-ত্যাগ আন্দোলন আৰম্ভ হোৱাৰ লগে লগে তেখেত ভূমিগত হ'ল। গোলাঘাট, যোৰহাট, বোকাখাত, সৰুপথাৰ, ফৰকাটিং, দেৰগাওঁ, মিছামৰা আদিৰ উপৰিও শিৱসাগৰ, ডিব্ৰুগড়, মৰাণ, টিংখং, চাঁচনী পৰ্যন্ত বিস্তৃত এলেকাত তেখেতে গোপনে গাৱেঁ গাৱেঁ ভ্ৰমণ কৰি স্বাধীনতা আন্দোলনৰ কৰ্মীসকলক লগ ধৰি কেনেকৈ যোগাযোগ বিচ্ছিন্ন কৰিব লাগে, গাঁৱত পুলিচ সোমালে কেনেকৈ আগজাননী দিব লাগে, মহিলাসকলে কেনেকৈ আত্মৰক্ষা কৰিব লাগে ইত্যাদি বিষয়ে পৰামৰ্শ দি ফুৰিছিল।

একেদৰেই নগাওঁ জিলাত মহেন্দ্ৰ হাজৰিকা আৰু লক্ষ্মীপ্ৰসাদ গোস্বামী আৰু বৰপেটাৰ সৰভোগ অঞ্চলত ব্ৰজ শৰ্মা আদিয়েও

ভূমিগত হৈ আন্দোলন পৰিচালনা কৰিছিল। শঙ্কৰ বৰুৱাৰ জয়প্ৰকাশ নাৰায়ণ, ডাঃ লোহিয়া আদিৰ লগতো যোগাযোগ হৈছিল। অৰুণা আছফ আলিও পলাতক অৱস্থাতে অসমলৈ আহি বিভিন্ন ঠাইত ঘূৰিছিল। কলিকতাত গোপন বাহৰ পাতি জ্যোতিপ্ৰসাদ আগৰৱালাই আৰু কলিকতালৈ মাজে-সময়ে অহা-যোৱা কৰি লক্ষ্যধৰ চৌধুৰী, সুবোধ হাজৰিকা আদিয়ে বাহিৰৰ বিপ্লৱীসকলৰ সৈতে অসমৰ যোগাযোগ ৰাখিছিল। জয়প্ৰকাশ নাৰায়ণে দক্ষিণ-পূৱ এচিয়াত থকা সুভাষ বসুৰ সৈতেও যোগাযোগ কৰিবলৈ চেষ্টা কৰিছিল—যাতে, আজাদ হিন্দ ফৌজ আগবাঢ়ি আহিলে দিল্লী অভিযানত ভাৰতৰ জনসাধাৰণৰ সহযোগ সম্ভৱ হয়।

গোটেই ভাৰতৰ বিস্তীৰ্ণ এলেকাত বৃটিছ চৰকাৰ অচল হৈ পৰিছিল। মহাৰাষ্ট্ৰৰ চাতাৰা জিলাত নানা পাটিলৰ নেতৃত্বত বিকল্প চৰকাৰ গঠন হৈছিল। সেইদৰেই উত্তৰ প্ৰদেশৰ বালিয়া জিলাত, বিহাৰৰ কেইবাখনো জিলাত, পশ্চিমবঙ্গৰ মেদিনীপুৰ জিলাত বৃটিছ শাসন অচল কৰি ৰাইজৰ বিকল্প চৰকাৰ গঠন কৰা হৈছিল। গোটেই দেশতে হাজাৰ-হাজাৰ লোক গ্ৰেপ্তাৰ হৈছিল। বহুতে প্ৰাণ বিসৰ্জন দিবলগীয়া হৈছিল। বহুতো এলেকাত চাৰকাৰ পক্ষৰ ক্ষয়ক্ষতিৰ কাৰণে পাইকাৰী জৰিমনা লগোৱা হৈছিল। বিচাৰৰ নামত প্ৰহসন চলাই কুশল কোঁৱৰক যোৰহাট জেলত ফাঁচী দিয়া হৈছিল। কনকলতা, মুকুন্দ কাকতি, ভোগেশ্বৰী ফুকননী আৰু আনফালে কেইজন স্বাধীনতা সংগ্ৰামী পুলিচৰ গুলিত শ্বহীদ হৈছিল। অসমৰ গুপ্ত আন্দোলনকাৰী-সকলে সৰু পথাৰ আৰু পানীখাইতীৰ ওচৰত ৰেল বগৰাইছিল। সৈন্যবাহিনীৰ বহুতো লোক নিহত হৈছিল। সৰভোগত বৃটিছ বিমানবাহিনীৰ বিমান কোঠৰ ঘৰ কিছুমানত অগ্নি সংযোগ কৰা হৈছিল, বহুঠাইত টেলিফোনৰ তাঁৰ আদি কাটি পেলোৱা হৈছিল।

'৪২-ৰ ৯ আগষ্টত আৰম্ভ হোৱা এই গণবিপ্লৱ ১৯৪৫ চনত লাহে লাহে শাম কাটি আহিল। গান্ধীজী আৰু জাতীয় নেতাসকলে এজন-দুজনকৈ জেলৰ পৰা মুক্তি পালে। জাৰ্মান আৰু জাপানৰ পৰাজয়ৰ

মাজেদি দ্বিতীয় মহাযুদ্ধৰ অৱসান ঘটিল। ইংলণ্ডৰ সাধাৰণ নির্বাচনত যুদ্ধকালীন নেতা উইনষ্টন চার্চিলৰ ৰক্ষণশীল দলৰ চৰকাৰৰ পতন হ'ল আৰু শ্রমিক দলৰ চৰকাৰ গঠন হ'ল। ক্লিমেণ্ট এটলিৰ নেতৃত্বৰ চৰকাৰে ভাৰতক স্বাধীনতা দিয়াৰ বিষয়ে জল্পনা-কল্পনা কৰিবলৈ ধৰিলে! ভাৰতৰ বিভিন্ন প্রদেশত নির্বাচন হ'ল ১৯৪৬ চনৰ আৰম্ভণিত। অসমতো নির্বাচন হ'ল। গোপীনাথ বৰদলৈৰ নেতৃত্বত কংগ্রেছ চৰকাৰ গঠন হ'ল।

১৯৪৫ চনৰ শেহলৈ শংকৰ বৰুৱা এখন মটৰেৰে সহকর্মী কেইজন-মানৰ সৈতে নগাঁৱলৈ যাওঁতে মুমলীগড়ৰ দলঙৰ ওচৰত বাপুৰাম বৰাৰ সৈতে গ্রেপ্তাৰ হ'ল। বেছিদিন জেলত থাকিবলগীয়া নহ'ল। নতুন কংগ্রেছ চৰকাৰৰ প্রথম কাম হ'ল তেখেতক জেলৰপৰা মুকলি কৰি দিয়া। লাহোৰ দুর্গত বন্দী হৈ থকাৰপৰা জয়প্রকাশ নাৰায়ণ, ডাঃ ৰামমনোহৰ লোহিয়া আদি মুক্ত হৈ আহিল। ১৯৪৬ চনৰ ২৬ জানুৱাৰীত অৰুণা আছফ আলিয়ে কলিকতাৰ এখন জনসভাত আত্ম-প্রকাশ কৰিলে। তেওঁৰ ওপৰত থকা বৃটিছ চৰকাৰৰ সকলো বাধা-নিষেধ প্রত্যাহাৰ কৰা হ'ল। উত্তৰ প্রদেশৰ কানপুৰত সমাজবাদী কংগ্রেছত থকা সমাজবাদীসকলৰ সফল অভিবর্তন হ'ল। '৪২-ৰ বিপ্লৱত সমাজবাদীসকলৰ গৌৰৱময় অৰিহণাৰ কাৰণে সমাজবাদী নেতাসকল জনপ্রিয় হৈ উঠিল। দেশৰ যুৱকসকলে তেখেত সকলক আঁকোৱালি ল'লে। সমাজবাদীসকলে প্রথমে নিজৰ দলৰ নাম কংগ্রেছ চ'ছিয়েলিষ্টৰপৰা কংগ্রেছ শব্দটো বাদ দিলে। ১৯৪৭ চনত দেশ স্বাধীন হ'ল যদিও সমাজবাদীসকলে চৰকাৰত অংশগ্রহণ নকৰিলে। স্বাধীন ভাৰতবর্ষত চৰকাৰে কি মৌলিক নীতি গ্রহণ কৰিব সেই লৈ কংগ্রেছৰ শাসকসকলৰ সৈতে সমাজবাদীসকলৰ বিৰোধ প্রকট হৈ পৰিল। ১৯৪৮ চনৰ ৩০ জানুৱাৰী তাৰিখে গান্ধীজীক ধর্মান্ধ দুর্বৃত্তই হত্যা কৰিলে। কংগ্রেছৰ সৈতে সমাজবাদী-সকলৰ শেষ যোগসূত্রও নোহোৱা হ'ল। বছৰৰ শেষলৈ নাচিক অধিৱেশনত সমাজবাদীসকলে কংগ্রেছ ত্যাগ কৰি পৃথক সমাজবাদী

দল গঠন কৰিবলৈ সিদ্ধান্ত কৰিলে। অসমতো খাইকৈ শংকৰ বৰুৱাৰ দৰে লোকৰ প্ৰেৰণাতে সমাজবাদী দল গঠিত হ'ল।

আমি ১৯৪৭ চনৰ প্ৰথম ভাগতে কলিকতাত কলেজীয়া শিক্ষা সাং কৰি আহিয়েই অসমত কংগ্ৰেছ সমাজবাদী দলৰ সদস্য হওঁ আৰু ডিব্ৰুগড় জিলাত ট্ৰেড ইউনিয়ন সংগঠনত লাগোঁ। তেতিয়াৰপৰাই শঙ্কৰ বৰুৱাৰ সৈতে ব্যক্তিগত সম্পৰ্ক গঢ়লৈ উঠে। পৃথক সমাজবাদী দল গঠন হোৱাৰ পাচত বৰুৱাই দলৰ সংগঠনৰ উপৰিও দলৰ কৃষক শাখা হিন্দ-কিষান-পঞ্চায়তৰ সংগঠন আৰু আন্দোলনসমূহত বিশেষ অংশগ্ৰহণ কৰে। তেখেতে গোলাঘাটৰ দেৱৰাজ ৰয় কলেজ প্ৰতিষ্ঠাৰ ক্ষেত্ৰতো কেইবাজনো বিশিষ্ট নাগৰিকৰ সৈতে মিলি অংশ গ্ৰহণ কৰিছিল। ফৰকাটিং হাইস্কুল প্ৰতিষ্ঠাৰ কাৰণে হাবি কাটি মুকলি কৰা ঠাইডোখৰতে শংকৰ বৰুৱাৰ প্ৰেৰণাত ডাঃ ৰামমনোহৰ লোহিয়াৰ সভাপতিত্বত হিন্দ-কিষাণ-পঞ্চায়তৰ অসম শাখাৰ বিশেষ অধিবেশন পতা হৈছিল। বিভিন্ন জিলাৰ শ-শ কৃষক প্ৰতিনিধি আৰু মুকলি সভাত হাজাৰ হাজাৰ কৃষক ৰাইজৰ সমাবেশ হৈছিল।

অসমত সমাজবাদী দলৰ সংগঠন আৰম্ভ হোৱাৰ দিন ধৰি দেখিছিলো জয়প্ৰকাশ, লোহিয়া আদি সমাজবাদী নেতাসকলে শংকৰ বৰুৱাক বিশেষ শ্ৰদ্ধা কৰিছিল—'৪২-ৰ আন্দোলনত তেখেতৰ ৰৰঙণিৰ কাৰণে।

ঐতিহাসিক ঘিলাধাৰী সত্যাগ্ৰহ শংকৰ বৰুৱা আৰু তেখেতৰ সমাজবাদী সহযোগীসকলৰ পৰিচালনাতে চলিছিল। গোলাঘাট জিলাৰ ঘিলাধাৰী চাহবাগানৰ প্ৰায় ৫,০০০ বিঘাৰো অধিক ধানখেতিৰ উপযোগী মাটি অধিগ্ৰহণ কৰি মাটিহীন কৃষকক পট্টন দিবৰ বাবে চৰকাৰৰ ওচৰত কৰা আবেদন-নিবেদন ব্যৰ্থ হোৱাৰ পাচত হিন্দ-কিষাণ-পঞ্চায়তৰ নেতৃত্বত মাটি দখলৰ সত্যাগ্ৰহ আৰম্ভ হয়। পুলিচৰ জোৰ-জুলুম চলে। কৃষক পুৰুষ-মহিলা বহুতো বাৰে বাৰে গ্ৰেপ্তাৰ হয়। বাগানৰ গ্ৰাণ্টৰ মাটিত সত্যাগ্ৰহীসকলে সজা ঘৰ বাৰে বাৰে ভাঙি পেলোৱা হয়। এই সত্যাগ্ৰহ কেইবামাহো ধৰি চলিছিল। চৰকাৰী

দমননীতিৰ প্ৰতিবাদ কৰি তাত চলি থকা কৃষক সমাবেশবোৰলৈ গৈ অসমৰ বিভিন্ন জিলাৰ সমাজবাদী নেতাসকলে কৃষকসকলক উৎসাহ-উদ্দীপনা যোগাইছিল। আমিও গৈছিলো। বাৰে বাৰে উচ্ছেদ কৰি চৰকাৰ যেন শেষত ভাগৰি পৰিল। শংকৰ বৰুৱাৰ নেতৃত্বত সমাজ-বাদী কৃষক আন্দোলনৰ স্বাক্ষৰ হিচাপে কেইৰাশও কৃষক পৰিয়াল ঘিলাধাৰী গ্ৰাণ্টত বসবাস কৰি খেতি কৰি থাকিল। সেইবিলাক পৰিয়াল আজিও আছে,—গোলাঘাট সমষ্টিৰ ভোটাৰ তালিকাত—"ঘিলাধাৰী চ'ছিয়েলিষ্ট সত্যাগ্ৰহী পথাৰ গাওঁ" হিচাপে নিজৰ পৰিচয় চিৰস্থায়ী কৰি। ঘিলাধাৰী সত্যাগ্ৰহৰ প্ৰেৰণাতে ডিব্ৰুগড় জিলাৰ শান্তি বাগান, যোৰহাটৰ সৰুচৰাই বাগান আৰু নগাৱঁৰ কেলিডন বাগানতো সমাজবাদীসকলৰ তেতৃত্বত পতিত মাটি দখলৰ কাৰণে সত্যাগ্ৰহ চলিছিল।

সমাজবাদী দল আৰু হিন্দ-কিষাণ-পঞ্চায়তৰ সংগঠনৰ কামত শংকৰ বৰুৱাৰ লগত ডিব্ৰুগড় জিলাত ফুৰোতে এদিনৰ এটা অভিজ্ঞতাৰ কথা প্ৰায়ে মনত পৰে। আগদিনা চাচনী মৌজাৰ এখন গাৱঁত থাকি সভা-সমিতি পাতি পিচদিনা আমি কেইবাজনো বৰুৱাৰ সৈতে এটা গাৱঁলীয়া হাবিতলীয়া বাটেৰে টিংখঙলৈ যাবলৈ ওলাইছো। ঘাই আলিবাটেদি যাবলৈ হ'লে নাহৰকটীয়া হৈ বাট বহুদূৰ। বাটত পালো এককাল পানীৰ ১০/১২ হাত বহল এটা জান। তাৰ ওপৰেদি পাৰ হ'বৰ কাৰণে এডাল বাঁহৰ সাঁকো। দাঁতিত হাতেৰে ধৰি পাৰ হ'বলৈ আৰু এডাল বাঁহ, দুই মূৰে দুডালকৈ বাঁহৰ পেঙত লগাই থোৱা আছে। আমাৰ প্ৰত্যেকৰে আছিল একোখন চাইকেল। শংকৰ বৰুৱাই চাইকেলখন এখন হাতেৰে অনায়াসে একাষে দাঙি লৈ এডলীয়া বাঁহৰ সাঁকোৱেদি খপ্ খপ্কৈ পাৰ হৈ গ'ল। যদিও মই আগতে দুই-তিনিবছৰ ডিব্ৰুগড় জিলাৰ বিভিন্ন গাওঁ অঞ্চলত চাইকেলেৰে ঘূৰাপকা কৰিছিলো, মোৰ চাইকেলখন কিন্তু লগৰ এজনে পাৰ কৰি দিবলগীয়া হ'ল। বৰুৱা সেই যুগত গাঁৱলীয়া বাট-পথত চাইকেলেৰে ঘূৰি ফুৰাত ইমানেই অভ্যস্ত আছিল। অলপ দূৰ গৈ

আমাৰ লগত যোৱা চাবুৱাৰ বগুচণ্ডী গাৱঁৰ প্ৰভাত ডুৱৰাই সকলোকে হাঁহিৰ খোৰাক যোগালে। কেউজন চাইকেল হাতেৰে ধৰি খোজ কাঢ়ি লুংলুঙীয়া বাটেদি গৈ থাকোতে প্ৰভাত ডুৱৰাই দেখিলে সাপ এডালে বাটটো পাৰ হ'বলৈ লৈছে। ডুৱৰাৰ ভৰি এখন বেয়া, লেঙেৰাই খোজ কাঢ়ে। তেওঁ চাইকেলখন বাটৰ দাঁতিৰ গছ এজোপাত আওঁজাই থৈ লৰ মাৰি গৈ সাপডালৰ নেজত ধৰি টান মাৰি আনিলে আৰু ততালিকে মূৰৰ ওপৰেদি কেইবাপাকো ঘূৰাই দূৰলৈ দলি মাৰি দিলে। বৰুৱাৰ সৈতে কেউজনে হাঁহি হাঁহি টিংখঙলৈ বাকী থকা যাত্ৰা আৰম্ভ কৰিলো। তাত ভদ্ৰেশ্বৰ গগৈ আৰু অন্যান্য কৰ্মী-সকলে বাট চাই থাকিব।

দেশজুৰি '৪২-ৰ গণবিপ্লৱৰ সোণালী জয়ন্তী পালনৰ এই বছৰটোত বিপ্লৱী বীৰ শংকৰ বৰুৱা আমাৰ মাজত নাই। ভাৰতৰ তথা অসমৰ স্বাধীনতাৰ কাৰণে তেখেতৰ বৰঙণিৰ কথা আজি আমি শ্ৰদ্ধাৰে সোঁৱৰো। জীৱনৰ ভালেকেইটা দীঘলীয়া বছৰ তেখেতে কংগ্ৰেছৰ সংগঠনৰ কাৰণে কাম কৰি গ'ল। অসম প্ৰদেশ কংগ্ৰেছৰ তেখেত আছিল এজন আগশাৰীৰ নেতা। '৪২-ৰ আন্দোলনত আত্মগোপন কৰি ফুৰোতে তেখেতৰ ঘৰ পুলিচে বাৰে বাৰে লণ্ডভণ্ড কৰিছিল। কণকণ ল'ৰা-ছোৱালীকেইটা লৈ তেখেতৰ পত্নী অন্নপ্ৰভা বৰুৱাণীয়ে অশেষ দুখ-কষ্টেৰে জীৱন যাপন কৰিবলগীয়া হৈছিল। কংগ্ৰেছতে থাকি যোৱা হ'লে অকল বিধায়কেই নহয়, মন্ত্ৰীও নিশ্চয় হ'লহেঁতেন। কিন্তু নিজ আদৰ্শত অবিচলিত থাকি ৰাজক্ষমতা কংগ্ৰেছৰ হাতলৈ অহাৰ লগে লগে তেখেতে কংগ্ৰেছ ত্যাগ কৰিলে। ন-পুৰণি কৰ্মী এচামক লৈ সমাজবাদী দল আৰু কৃষক সংগঠন গঢ়ি তুলিলে। সমাজ পৰিৱৰ্ত্তনৰ কাৰণে যিসকলে কাম কৰি আছে আৰু আগন্তুক দিনবিলাকতো হয়তো কৰিব, সেই সকলোৰে কাৰণে শংকৰ বৰুৱা প্ৰেৰণাৰ উৎস হৈ ৰ'ব।

শংকৰ বৰুৱাৰ নেতৃত্বত স্বাধীনতা সংগ্ৰামত অংশগ্ৰহণ কৰা কিছুমান বিশিষ্ট কৰ্মীৰ নাম এইখিনিতে মই উল্লেখ কৰিব খোজো। নহলে

হয়তো তেখেতসকলৰ নাম এনেয়ে বিস্মৃতিৰ গৰ্ভত লোপ পাব। সেইসকল আছিল, ৺আপীৰম গগৈ ( বাহুলিপাৰা ), ৺ৰমাকান্ত গগৈ (বুঢ়ালিকচন, বেটিয়নী), ৺ৰামচন্দ্ৰ বৰুৱা (গোলাঘাট)। এই তিনিওজন ভূমিগত হৈ আছিল। ৺ঠগীৰাম বৰা জেলত আছিল। মোহিত ৰাজখোৱা ( বামুনগাওঁ, কমাৰবন্ধা ) আৰু ৺ভদ্ৰ ফুকন ( ফৰকাটিং অঞ্চল ) জেলত আছিল। ৺সুৰেন ফুকন ( ভদ্ৰফুকনৰ ভায়েক ) ভূমিগত হৈ আছিল। বৈকুণ্ঠ সিং ভূমিগত হৈ থাকি পাচত গ্ৰেপ্তাৰ হয়। ৺কেশৱ সোনোৱাল ( বুঢ়াগোহাঁইখাত ) আৰু ৺তিলক সোনোৱাল দুয়ো জেলত আছিল। মিছামৰা মৌজাৰ ৺যোগেন দত্ত, গকুল বৰুৱা, উত্তৰা বৰা আদি ভূমিগত আছিল। দেৰগাঁৱৰ ৺নৰেন শৰ্মা, মহম্মদ হুচেইন আৰু পুলিনবিহাৰী বৰঠাকুৰে জেল খাটিছিল। ধৰ্মেশ্বৰ বৰুৱা ( চিনাতলী শেনচোৱা ), ৺ভিম্বেশ্বৰ নেওগ ( মিছামৰা বাহকৰা গাওঁ ), শিশুৰাম বৰা ( শালিকীহাট ), ৺ৰত্নেশ্বৰ বৰা ( কমাৰবন্ধা ), ৺বিদ্যা গোঁহাই ( চিনাতলী, বৰপথাৰ ), মাণিক চন্দ্ৰ ( বাহুলিপাৰা, ৰঙামাটি ), টঙ্কেশ্বৰ দাস ( যোৰহাট, চুভি ), ৺সুৰেন ভঁৰালী ( চাৰিগাওঁ, যোৰহাট ), চেনীৰাম বৰা ( কমাৰগাওঁ, বৰকাঠনি। ৺কলীয়া গগৈ ( মৰঙি ), ৺দধি খাটনীয়াৰ ( নোগোৰা, ফৰকাটিং ), কুশল বৰা ( চিনাতলী ), ৺বংশীদত্ত চাৰিগাওঁ, যোৰহাট), তিলেশ্বৰ গগৈ ( যোৰহাট, ঠেঙ্গাল )—এইসকল ভূমিগত হৈ আছিল। ৺আনন্দি বৰুৱা ( পক্কা ), ৺ঠগীৰাম কাকতি ( কছাৰীহাট, বকতিয়াল) সাগৰ দত্ত (সন্তৰা, বৰপথাৰ), ৺কমলেশ্বৰ মহন্ত ( মিছামৰা, দা-ধৰা ), ৺আত্মাৰাম গগৈ ( পতিয়া পথাৰ ), বিজয় দুৱৰা ( পতিয়াপথাৰ, বৰ্তমান বৰপথাৰত ), ৺বেণুধৰ বৰুৱা ( পানীদিহিঙ্গীয়া, কমাৰগাওঁ ), ৺সোনাৰাম বৰুৱা ( মৰঙি ), ৺চেনীৰাম দত্ত ( দেৰগাওঁ ), ৺চকৰা হাজৰিকা ( দেৰগাওঁ ), ফটিক হাজৰিকা ( বেতিয়নী ), ৺কাৰ্দ্দিক লুয়িং ( ওপৰ টেমেৰা ), ৺সোনধন পেগু ( পাথৰি, ৰঙামটি )—এই সকলৰ জেইল হৈছিল। ৺সদানন্দ গগৈ ( বেতিয়নী, বুঢ়ালিকচন ) প্ৰথমে ভূমিগত হৈ থাকি পাচত গ্ৰেপ্তাৰ হৈছিল। ৺কমলা মিৰিৰ

( ওপৰ টেমেৰা, ৰঙামাটি ) যোৰহাট জেইলত থাকোতে অসুস্থ হৈ মৃত্যু হয়। আটাউৰ ৰহমান ( নাহৰণি), ৺গন্ধৰাম হাজৰীকৰা ( বুঢ়ালিকচন ) আদিৰ জেইল হৈছিল, ভূমিগত হৈয়ো আছিল। শংকৰ বৰুৱা পলাই ফুৰোতে কৰঙাৰ পীৰাকটাত ৺শনিৰাম খাৰঘৰীয়াৰ ঘৰত মাজে সময়ে গোপনে আশ্ৰয় লৈছিল। তেখেতৰ পুত্ৰ দেবেন খাৰঘৰীয়া "দিল্লী চলো" যাত্ৰালৈ বুলি লগত চাৰিজন যুৱক লৈ আহি বোকাখাতত নামোতে গ্ৰেপ্তাৰ হৈ জেইলত সোমাবলগীয়া হৈছিল। শংকৰ চন্দ্ৰ বৰুৱাৰ বিপ্লৱী নেতৃত্বক মহীয়ান কৰি তুলিবলৈ আশাশুধীয়া প্ৰচেষ্টা চলোৱা '৪২-ৰ বিপ্লৱৰ এইসকল সৈনিকো ধন্যবাদৰ পাত্ৰ।

# বিপ্লৱী শংকৰ চন্দ্ৰ বৰুৱা

—ভুবন চন্দ্ৰ সন্দিকৈ

১৯৪০ চনৰ জুন মাহত গোলাঘাট নগৰত অসম প্ৰদেশ কংগ্ৰেছ স্বেচ্ছাসেৱক প্ৰশিক্ষণ শিবিৰ এমাহ দিন চলে। তেতিয়াৰ অসম বিধান সভাৰ সদস্য ৰাজেন্দ্ৰনাথ বৰুৱা আৰু শংকৰ চন্দ্ৰ বৰুৱাৰ তত্ত্বাৱধানত এই শিবিৰ পৰিচালিত হৈছিল। অসমৰ প্ৰায়বোৰ জিলা কংগ্ৰেছৰ-পৰা ৩/৪ জনকৈ বাছকবনিয়া কৰ্মী আহি শিবিৰত থাকি প্ৰশিক্ষণ লয়। শংকৰ বৰুৱাৰ নেতৃত্বত কৰ্মীসকলে শিবিৰৰপৰা শোভাযাত্ৰা কৰি গণকপুখুৰী, শেনচোৱা আদি গাৱঁলৈ গৈ ৰাজহুৱা সভাত যোগদান দি স্বাধীনতা আন্দোলন আৰু ৰাইজৰ কৰ্তব্য সম্পৰ্কে বুজাই দিছিল। সেই সময়ৰপৰাই বৰুৱাদেৱৰ লগত মোৰ ঘনিষ্ঠ সম্পৰ্ক স্থাপন হয়। তেতিয়া তেখেত গোলাঘাট জিলা কংগ্ৰেছৰ সাধাৰণ সম্পাদক আৰু মুখ্য সংগঠক আছিল। তেখেতৰ নাম গাৱঁৰ ৰাইজৰ মুখে মুখে প্ৰচাৰ হৈছিল।

১৯৩৯ চনত দ্বিতীয় মহাসমৰ আৰম্ভ হয়। ভাৰতীয় জাতীয় কংগ্ৰেছৰ মতামত গ্ৰহণ নকৰাকৈয়ে বৃটিছ চৰকাৰে ভাৰতক এই যুদ্ধত জড়িত কৰে। ইয়াৰ প্ৰতিবাদকল্পে সেই সময়ৰ ভাৰতৰ ৭খন প্ৰদেশৰ কংগ্ৰেছ মন্ত্ৰীসভাই পদত্যাগ কৰে আৰু বিধানসভা বৰ্জন কৰে। মহামানৱ মহাত্মা গান্ধীয়ে এই যুদ্ধৰ প্ৰতিবাদত পৰিকল্পিতভাৱে ১৯৪০ চনৰ ডিচেম্বৰ মাহৰপৰা ব্যক্তিগত সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰে। সত্য আৰু অহিংসাত বিশ্বাস থকা, সূতা কটা আৰু অন্য গঠনমূলক কামত লিপ্ত থকা কৰ্মীসকলকহে এই সত্যাগ্ৰহত অংশগ্ৰহণ কৰিবৰ বাবে অনুমোদন জনাইছিল। বৰুৱাদেৱে সত্যাগ্ৰহ আন্দোলনত যোগ দি যোৰহাট জেলত ছমাহ কাৰাদণ্ড ভোগ কৰিছিল। গান্ধীজীৰ

অনুমোদনপ্ৰাপ্ত দ্বিতীয় তালিকাত তেখেতৰ নাম অন্তৰ্ভুক্ত হৈছিল। তৃতীয় তালিকাত অন্তৰ্ভুক্ত আমাৰ দলৰ অন্য কৰ্মীসকলে সত্যাগ্ৰহ কৰি যোৰহাট জেলত থাকিবলগীয়া হৈছিল। যোৰহাট জেলত যুৱক কৰ্মীসকলৰ লগত সততে বৰুৱাদেৱৰ আলাপ-আলোচনা হৈছিল। তেখেতে যঁতৰত সূতা কাটি আৰু একমনে গীতা অধ্যয়ন কৰি সময় কটাইছিল।

জাপানী সৈন্যই ছিঙ্গাপুৰ আৰু ব্ৰহ্মদেশ দখল কৰাত ভাৰতত আতংকৰ সৃষ্টি হয়। বৃটিছ চৰকাৰে নেহৰু প্ৰমুখ্যে সকলো সত্যাগ্ৰহীকে মুক্তি দিয়ে। দেশৰ শান্তি-শৃংখলা অটুট ৰাখিবলৈ শান্তি সেনাবাহিনী গঠন কৰিবৰ বাবে অসম কংগ্ৰেছে সিদ্ধান্ত গ্ৰহণ কৰে। সেইমতে প্ৰতি গাৱেঁ গাৱেঁ শান্তি সেনাবাহিনী গঠন কৰা আৰু যঁতৰত সূতা-কটা কেন্দ্ৰ প্ৰতিষ্ঠা কৰা কামত সকলো কংগ্ৰেছকৰ্মী ব্যস্ত হৈ পৰে। ইতিমধ্যে ব্ৰহ্মদেশৰ পৰা প্ৰবাসী ভাৰতীয়সকল ভয়ত পলাই আহে আৰু মান্দালয়, টামু, ইম্ফল, কহিমা হৈ ডিমাপুৰত দলে দলে ভগনীয়া লোক আহি উপস্থিত হয়। শিৱসাগৰ, যোৰহাট আৰু গোলাঘাটৰ পৰা বহুতো কংগ্ৰেছকৰ্মী আৰু শান্তিসেনাৰ লোক ডিমাপুৰলৈ গৈ সাহায্য শিবিৰসমূহত সেৱাকাৰ্য আগবঢ়ায়। শংকৰ চন্দ্ৰ বৰুৱাদেৱে নিজে আগভাগ লৈ এই সেবাকাৰ্যত প্ৰশংসনীয় দায়িত্ব পালন কৰিছিল।

দেশৰ পূৰ্ণ স্বাধীনতা, যুদ্ধৰ ভয়াবহ পৰিস্থিতি আদি গুৰুত্বপূৰ্ণ বিষয়ৰ আলোচনাৰ বাবে ১৯৪২ চনৰ ৮ আগষ্টত বোম্বেত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিবেশন বহে। তাতেই ঐতিহাসিক 'ভাৰত-ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰি বৃটিছ চৰকাৰক অবিলম্বে ভাৰত ত্যাগ কৰি যাবলৈ চৰমপত্ৰ দিয়ে। ৯ আগষ্টৰ দিনা মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু, বল্লভভাই পেটেল প্ৰমুখ্যে জাতীয় নেতাসকলক বৃটিছ চৰকাৰে গ্ৰেপ্তাৰ কৰি জেলত থয়। ইয়াৰ প্ৰতিবাদকল্পে ভাৰতীয় জনতাই বিয়াল্লিছৰ বিখ্যাত গণ-আন্দোলন আৰম্ভ কৰে। প্ৰদেশ আৰু জিলা-সমূহতো নেতাসকলক পুলিচে গ্ৰেপ্তাৰ কৰে। ফলত জাগ্ৰত জনতাক

লৈ আন্দোলন পৰিচালনা কৰা এটা ডাঙৰ সমস্যা হৈ পৰিল। বৰুৱাদেৱ এই সম্পৰ্কে আগৰেপৰাই সজাগ আছিল। তেখেতে আত্ম-গোপন কৰি থাকি আন্দোলন পৰিচালনা কৰাৰ দায়িত্ব লৈছিল। গণ-আন্দোলনৰ প্ৰথম পৰ্যায়ৰ কাৰ্যসূচীমতে গাৱেঁ-ভূঞে ৰাজহুৱা সভা, শোভাযাত্ৰা আদি অনুষ্ঠিত কৰা; হৰতাল, হাট-বজাৰ বন্ধ আদি পালন কৰা; কাছাৰী আৰু চৰকাৰী অফিচত পিকেটিং কৰি কাম-কাজ বন্ধ কৰা আৰু পুলিচ থানা আদিত কংগ্ৰেছ পতাকা উত্তোলন কৰা আদি অন্তৰ্ভুক্ত কৰা হৈছিল। দ্বিতীয় পৰ্যায়ত মিলিটেৰীৰ বছদ-পাতিৰ যোগান ব্যৱস্থা বন্ধ কৰা, যাতায়ত আৰু সংযোগ ব্যৱস্থা বিচ্ছিন্ন কৰা আদি কাৰ্যসূচী অন্তৰ্ভুক্ত কৰা হয়। সেই সূত্ৰে ৰেলৰ লাইন উঠাই দিয়া, টেলিফোন, টেলিগ্ৰাফৰ লাইন কাটি পেলোৱা, মিলিটেৰী কেম্প আৰু গুদামঘৰ জ্বলাই দিয়া, ৰেলষ্টেচন আৰু দলং আদি ধ্বংস কৰা আদি কাৰ্যই প্ৰাধান্য লাভ কৰে। এইবোৰ কামৰ বাবে জিলাসমূহত মৃত্যুবাহিনী নতুনকৈ গঠন কৰা হয়। সেই সময়ত যোৰহাটৰ অধিনায়কৰ দায়িত্ব এই লেখকৰ ওপৰত আছিল। গতিকে ৰেল লাইন উঠোৱা আদি বিভিন্ন কামত কৌশল নিৰ্দ্ধাৰণৰ ক্ষেত্ৰত গোলাঘাটৰ অধিনায়ক শংকৰ চন্দ্ৰ বৰুৱাৰ লগত সততে আলোচনা কৰা হৈছিল। মৃত্যুবাহিনীৰ লোকে বিভিন্ন ঠাইত সংঘটিত কৰা কুটাঘাতমূলক কাৰ্যৰ বাবে পুলিচে ব্যাপক তালাচী অভিযান চলায়। সৰুপথাৰৰ ৰেল দুৰ্ঘটনাৰ সম্পৰ্কত কুশল কোঁৱৰকে ধৰি ৪০ জন কৰ্মীক পুলিচে গ্ৰেপ্তাৰ কৰি যোৰহাট জেলত ৰাখে। শংকৰ বৰুৱা, সুৰেন ফুকন, বৈকুণ্ঠ সিং, ধৰ্মেশ্বৰ বৰুৱা আদিক পুলিচে বিচাৰি চলাথ কৰে। তিতাবৰৰ ৰেল দুৰ্ঘটনাৰ কাৰণে চক্ৰেশ্বৰ শইকীয়া, পানীৰাম দুৱৰা প্ৰমুখ্যে বহুতো কৰ্মীক পুলিচে গ্ৰেপ্তাৰ কৰে। পদ্মেশ্বৰ চিৰিংফুকন আৰু এই লেখকক বিচাৰি পুলিচে নানা ঠাইত তালাচী চলায়।

১৯৪৩ চনৰ ১৪ জুনত কুশল কোঁৱৰক ফাঁচী দিয়া হয়। কৰ্মীসকলে ঠায়ে ঠায়ে আদ্যশ্ৰাদ্ধ পালন কৰি শ্বহীদজনলৈ শ্ৰদ্ধা নিবেদন কৰে।

ইফালে গান্ধীজীৰ মুক্তিৰ দাবীত পুনাযাত্ৰা সত্যাগ্ৰহ আন্দোলন আৰম্ভ হয়। গাৱেঁ গাৱেঁ কৰ্মীসকলে সভা-সমিতি পাতি, শোভাযাত্ৰা কৰি আন্দোলন চলায়। সেই চনৰে নবেম্বৰ মাহত বকৰাদেৱে সুৰেন ফুকনৰ লগত যোৰহাটলৈ আহে আৰু আমাৰ কৰ্মীসকলৰ সহযোগত বিভিন্ন ঠাইত প্ৰচাৰকাৰ্য চলায়। এই সময়তেই শিৱসাগৰ, যোৰহাট আদিত আন্দোলন পৰিচালনাৰ্থে কৰঙা বকৰাগাৱঁত কেন্দ্ৰীয় কাৰ্যালয় স্থাপন কৰা হয়। এই কাৰ্যালয়যোগে ডিব্ৰুগড় আৰু লক্ষীমপুৰৰ কৰ্মীসকলৰ লগতো সংযোগ স্থাপন কৰা হয়। কেউখন জিলা কংগ্ৰেছৰ দায়িত্বত থকা সক্ৰিয় কৰ্মীসকলক লৈ বকৰাগাৱঁতে এখন গোপন সভা পতা হয়। এই পাঁচখন জিলাৰ কংগ্ৰেছ কৰ্মীসকলক লৈ 'উজনি অসম কংগ্ৰেছ' গঠন কৰি এই লেখকক সংগঠকৰ দায়িত্ব দিয়ে। আনহাতে, জিলাৰ দায়িত্বত থকা অধিনায়কসকলক লৈ এখন "ৱাৰ কাউন্সিল" গঠন কৰি বকৰাদেৱক সৰ্বাধিনায়ক পতা হয়। জিলা অধিনায়কৰ দায়িত্বত থকাসকল হ'ল—যোৰহাটত বংশীধৰ দত্ত, শিৱসাগৰত কৰুণাকান্ত গগৈ, ডিব্ৰুগড়ত ভদ্ৰেশ্বৰ গগৈ, উত্তৰ লক্ষীমপুৰত নাৰায়ণ শৰ্মা আৰু গোলাঘাটত গন্ধৰাম গগৈ।

উজনি অসমত সুপৰিকল্পিতভাৱে এটি শক্তিশালী সংগঠন গঢ়াৰ আঁচনি এইদৰেই কাৰ্যকৰী কৰিবলৈ আগবঢ়া হয়। মিলিটেৰীৰ পাশৱিক অত্যাচাৰৰপৰা আত্মৰক্ষা কৰিবলৈ মহিলা সমাজত ছুৰী প্ৰচলনৰ ব্যৱস্থা কৰা হয়। গাওঁ প্ৰহৰীয়া যুৱকসকলক ধনু-কাঁড়ৰ প্ৰশিক্ষণ দিয়া হয়। কৰঙাৰ কমাৰ শিল্পত তৈয়াৰী তেনে বস্তুবোৰ বিভিন্ন ঠাইলৈ পঠিওৱা হয়। সেই সময়ত আত্মগোপন কৰি থকা জয়প্ৰকাশ নাৰায়ণ, অৰুণা আছফ আলি আদি নেতাসকলৰ লগত যোগাযোগ স্থাপন কৰিবলৈ আৰু নেতাজী সুভাষ চন্দ্ৰ বসুৰ দ্বাৰা গঠিত আজাদ হিন্দ ফৌজৰ লগত যোগসূত্ৰ স্থাপন কৰিবলৈ সভাই অনুমোদন জনায়। অৰুণা আছফ আলি গোপনে আহি গুৱাহাটী, নগাওঁ আদি ভ্ৰমণ কৰি যায়হি। গুৱাহাটীৰ পৰা গিৰীণ চৌধুৰী, নগাৱঁৰপৰা লক্ষ্মীপ্ৰসাদ গোস্বামী আহি বকৰাদেৱক লগ ধৰি নতুন

শক্তিশালী সংগঠন গঢ়ি তোলাৰ বাবে আলোচনা কৰেছি। যোৰহাটৰ বলিনাৰায়ণ বৰুৱাদেৱে সেই সময়ত চৰকাৰী কৰ্মচাৰী হিচাপে থাকিও বহু বিষয়ৰ সন্ধান দি আন্দোলনৰ কামত সহায় কৰি আছিল। শংকৰ বৰুৱাদেৱৰ লৈতে উজনি অসমৰ বহু ঠাইত গোপনে সভা-সমিতি পাতি কৰ্মীসকলক সংগঠিত কৰা হৈছিল। শিৱসাগৰ, জৰাবাৰী, বকতা, টিংখং, পানীগাওঁ, নাওবৈছা, বেতিয়নী, বুঢ়ালিকচন, শেনচোৱা, খিলাধাৰী, বৰহোলা, তিতাবৰ, কৰঙা আদিত সভা পাতি কৰ্মীসকলক উৎসাহিত কৰা হৈছিল। সুৰেণ ফুকন আৰু আমাৰ ফালৰপৰা আজাদ হিন্দ ফৌজৰ লগত সংযেগ স্থাপন কৰাও হৈছিল। মৃত্যু-বাহিনী আৰু গাওঁপ্ৰহৰীয়া যুৱক সেনাদলৰ বহুতেই আজাদ হিন্দ ফৌজৰ শুভ আগমনৰ বাবে বাট চাই আছিল। কিন্তু বিমান দুৰ্ঘটনাত নেতাজী পতন হোৱাৰ পাচত আজাদ হিন্দ ফৌজৰ শক্তি হ্রাস পালে আৰু সেইবিষয়ে আগবাঢ়িব পৰা নগ'ল।

১৯৪৪ চনৰ নবেম্বৰ-ডিচেম্বৰ মাহত শঙ্কৰ চন্দ্ৰ বৰুৱা আৰু বলিনাৰায়ণ বৰুৱাৰ নেতৃত্বত শিৱসাগৰ, যোৰহাট আৰু গোলাঘাটৰ-পৰা ভালেসংখ্যক কৰ্মী গৈ ডিব্ৰুগড়ৰ বিভিন্ন অঞ্চলত প্ৰচাৰকাৰ্য চলাই সংগঠন মজবুত কৰে। ১৯৪৫ চনৰ আগভাগতে বৰুৱাদেৱে গোলাঘাটলৈ ঘূৰি আহে আৰু গাৱেঁ গাৱেঁ ভ্ৰমণ কৰি সংগঠন গঢ়ি তোলে। এই সময়তেই তেখেত সুমলীগড়ত পুলিচৰ হাতত ধৰা পৰে।

বৰুৱাদেৱৰ নেতৃত্বত সংগঠিত মৃত্যুবাহিনীৰ অলেখ কৰ্মীৰ নাম পৰিচয় আজি বিস্মৃতিৰ গৰ্ভত। সেইসকল বীৰ-বীৰাঙ্গনাই ঘৰ-বাৰী, পৰিয়াল-স্বজন এৰি মৃত্যুপণ কৰি দুঃসাহসিক কামত লিপ্ত হৈছিল। সেইসময়ত যানবাহনৰ কোনো সুবিধা নাছিল। খোজকাঢ়ি অথবা চাইকেলেৰে কৰ্মীসকলে হাবি-বন, সাঁকো-দলং, বোকাপানী নেওচি আন্দোলনৰ কামত আত্মনিয়োগ কৰিছিল। বৰুৱাদেৱে সাধাৰণতে দুই-চাৰিজন কৰ্মী লগত লৈ ছদ্মবেশেৰে ভ্ৰমণ কৰিছিল। তেখেতৰ গোলাঘাটৰ ঘৰত সঘনে পুলিচে তালাচী চলাই, বয়-বস্তু লণ্ডভণ্ড কৰি

জুলুম দি আছিল। তেখেতৰ পত্নী শ্ৰীমতী জয়প্ৰভা বৰুৱাণীয়ে অসীম ধৈৰ্যেৰে কণ-কণ ল'ৰা-ছোৱালী লৈ ঘৰত বাস কৰিছিল। এনে জুলুমৰ বাতৰি পাইও বৰুৱাদেৱ বিচলিত নহৈছিল। তেখেতে অত্যন্ত দুৰ্যোগপূৰ্ণ সময়তো ধীৰে-স্থিৰে দেশৰ কামত ব্ৰতী হৈছিল। সদায় গীতাৰ কৰ্মযোগ অধ্যয়ন কৰিছিল আৰু নিস্বাৰ্থভাৱে কৰ্মক্ষেত্ৰত আগবাঢ়িবলৈ কৰ্মীসকলক উপদেশ দিছিল। তেখেতে সকলোকে আপোন কৰি ল'ব পাৰিছিল। বাইজে অতি আপোনজন বুলি ভবাৰ বাবেই তেখেতে পুলিচৰ চকুত ধূলি মাৰি প্ৰায় আঢ়ৈ বছৰকাল আত্মগোপন কৰিবলৈ সক্ষম হৈছিল। শ্বহীদ কুশল কোঁৱৰৰ বিচাৰৰ সময়ত ধৰিব পৰা হলে হয়তো সেই সময়ৰ বিচাৰক হাম্‌ফ্ৰে চাহাবে বৰুৱাদেৱকো দোষী সাব্যস্ত কৰি ফাঁচী কাঠত তুলিবৰ চেষ্টা কৰিলেহেঁতেন।

১৯৪৭ চনত দেশে স্বাধীনতা লাভ কৰাৰ পাচত ভাৰতত এখন সমাজতান্ত্ৰিক ৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰাৰ আকাঙ্ক্ষা জাগি উঠে। পুঁজিবাদৰ গ্ৰাসৰপৰা সমাজক মুক্ত কৰাৰ চিন্তা বৰুৱাদেৱৰ মনলৈ আহে। জননায়ক জয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত গঠন হোৱা ভাৰতীয় চ'ছিয়েলিষ্ট পাৰ্টিত কংগ্ৰেছৰপৰা ওলাই আহি বৰুৱাদেৱে সদলবলে যোগ দিয়ে। কৃষকসকলৰ মাজত কৃষক সংগঠন গঢ়ি তোলে। মাটিহীন কৃষকসকলক লৈ পাৰ্টিৰ সহযোগত পতিত মাটিত বেদখল আৰম্ভ কৰি কৃষক সত্যাগ্ৰহ আন্দোলনৰ পাতনি মেলে। ঘিলাধাৰী চাহবাগানৰ পতিত হৈ থকা গ্ৰাণ্টৰ মাটিত বৰুৱাদেৱে ভদ্ৰকান্ত ফুকনৰ সৈতে কৃষক সত্যাগ্ৰহ আন্দোলন পৰিচালনা কৰে। শেষত নানা বাধা-বিঘিনি অতিক্ৰম কৰি কৃষকসকলক উক্ত গ্ৰাণ্টত সংস্থাপিত কৰে। সেই অঞ্চল আজিও 'চ'ছিয়েলিষ্ট পথাৰ' নামেৰে জনাজাত হৈ আছে। পলাতক অৱস্থাত অশেষ পৰিশ্ৰম কৰাৰ কাৰণে তেখেতৰ স্বাস্থ্যহানি হৈছিল। সেই স্বাস্থ্য পুনৰ ঘূৰি নাহিল।

নানা ঘাত-প্ৰতিঘাতৰ মাজেদি দেশৰ স্বাধীনতা সংগ্ৰামত ব্ৰতী হৈ পূৰ্ণাঙ্গ বয়স নৌ-পাওঁতেই বৰুৱাদেৱে ইহলীলা সম্বৰণ কৰে। সেই

অক্লান্ত বিপ্লৱী বীৰ বৰুৱাদেৱলৈ আমাৰ হিয়াভৰা শ্ৰদ্ধাঞ্জলি যাঁচিলো। দেশৰ যুৱক-যুৱতীয়ে তেখেতৰ ত্যাগ আৰু কৰ্মময় জীৱনৰ আদৰ্শ গ্ৰহণ কৰক।

( ২১ এপ্ৰিল, ১৯৭৯ )

---

# বিয়াল্লিছৰ শংকৰ বৰুৱা

—লক্ষ্মীপ্ৰসাদ গোস্বামী

যিকেইজন মুক্তিমেয় আত্মগোপনকাৰীয়ে গাৱেঁ-ভূঞে শান্তি-সেনা, মৃত্যুবাহিনী গঠন কৰি বিপ্লৱৰ অগনি জ্বলাই বৃটিছ চৰকাৰৰ ৰাতি টোপনি নোহোৱা কৰিছিল, শংকৰ বৰুৱা আছিল সেইসকলৰ অন্যতম। জাপানী সৈন্যক ভেঁটিবলৈ ইংৰাজ আৰু আমেৰিকাৰ ঘাটিআছিল অসম উজনি অসমত হাবি-বননি, খেতিৰ পথাৰসকলোতে বগা-ক'লা সেনাৰ চাউনী। সাধাৰণ প্ৰজাৰ কাৰণে ৰেল বা যানবাহনত কোনো স্থান নাছিল। দৈনন্দিন জীৱন নিৰ্বাহৰ বস্তু যেনে—কেৰাচিন, নিমখ, চেনি দুৰ্মূল্য। চেনিৰ সেৰত ১৬টকা দিলেওপাবলৈ নাই। নিমখৰ দাম সেৰত ৮ টকা, তাকো পাবলৈ নাই। কেৰাচিন ক'ৰবাত কেতিয়াবা এটুপি ওলালেও ক'লাবেপাৰীৰ হাতত পৰি অন্তৰ্ধান হয়। সৈন্যবাহিনীৰ লোক গাৱঁত সোমাই লুণ্ঠন, ধৰ্ষণ আদি চলাই সন্ত্ৰাসৰ সৃষ্টি কৰিছিল। এইবিলাকৰ বিচাৰ দিবলৈ কোনেও সাহসো নকৰে আৰু বিচাৰ দিবলৈ ঠায়ো নাই। এনে এটা পৰিস্থিতিৰ মাজত সোমাই শংকৰ বৰুৱাই আত্মগোপন কৰি উজনি অসমত বৃটিছ চৰকাৰৰ বিৰুদ্ধে ৰাইজৰ শক্তিশালী সংগঠন গঢ়ি তুলিছিল। গাঁৱৰ জীয়ৰী-বোৱাৰীক সৈন্য-বাহিনীৰ দস্যু প্ৰকৃতিৰ লোকৰ হাতৰপৰা ৰক্ষা পাবলৈ মৃত্যুবাহিনী গঠন কৰি দি আত্মৰক্ষাৰ শিক্ষা দিছিল। সৰুপথাৰৰ ৰেল বগবোৱাৰ অপৰাধত দোষী সাব্যস্ত কৰি শ্বহীদ কুশল কোঁৱৰক ফাঁচী দিছিল, সেই একে অপৰাধতে বৈকুণ্ঠ সিং আৰু শংকৰ বৰুৱাকো আচামী কৰিছিল। বৈকুণ্ঠ সিঙক গ্ৰেপ্তাৰ কৰিছিল। কিন্তু শংকৰ বৰুৱাক ৰাইজে লুকুৱাই ৰাখি ৰাইজৰ সেই বিপদৰ সময়ত তেখেতৰ নেতৃত্বত সংগঠিত হৈছিল। বৰুৱাৰ এইসকলোবিলাক কথা যদিয়ো শুনি

আছিলো, ১৯৪৩ চনৰ বোধহয় অক্টোবৰ মাহলৈকে তেখেতৰ লগত চিনাকি হোৱাৰ সুযোগ পোৱা নাছিলো।

যিহেতু এই প্ৰবন্ধ লেখককো চৰকাৰে পলাতক আচামী আখ্যা দিছিল, সেয়ে শঙ্কৰ বৰুৱাক দেখা কৰাটো দুয়োৰে কাৰণে এটা অসুবিধাৰ কথা আছিল। শংকৰ বৰুৱা চৰকাৰৰ কাৰণে এটা সমস্যা হৈ পৰিছিল। মানুহজনক নেদেখিলেও বিপ্লৱী স্বাধীনতা যোদ্ধা হিচাপে চৰকাৰ আৰু ৰাইজৰ মাজত তেখেত নামেৰে আৰু কামেৰে সুপৰিচিত আছিল। কি ঐতিহাসিক পটভূমিত শঙ্কৰ বৰুৱাৰ লগত সাক্ষাৎ হোৱাটো সম্ভৱ হ'ল তাৰ বৰ্ণনা দিবলৈ যাওঁতে লেখকৰ সেইকালৰ ব্যক্তিগত কিছু কাহিনী অপ্ৰাসঙ্গিক হ'লেও এই প্ৰবন্ধত লিখিবলগীয়া হ'ল। তাকে কৰিবলৈ যাওঁতে দ্বিতীয় মহাযুদ্ধৰ সময়ৰ অসমৰ গাওঁবাসী ৰাইজৰ অৱস্থাৰ ছবি এখনে মনৰ দাপোণত ভুমুকি মাৰেহি। আৰু, সেই সময়ত গাঁৱত থকা বহুতো দেশপ্ৰেমিক বিপ্লৱীৰ স্মৃতি মানসপটত ভাহি উঠে। বহুজনৰ নাম পাহৰিছো আৰু প্ৰবন্ধৰ আকাৰ বৃদ্ধি পাব বুলি বহুতৰে কথা লিখাৰ লোভ সামৰিবলগীয়া হৈছে। নিজৰ জীৱনৰ লগত জড়িত হৈ পৰা কাহিনী লিখিবলগীয়া হোৱাৰ বাবে সৰু-ডাঙৰ অনেক কথাই মনত জুমুৰি দি ধৰেহি আৰু কলমৰ আগত ওলাই পৰে। পঢ়ুৱৈসমাজে কেনে পাব তাক ভাবিবৰ অৱকাশ তেতিয়া নাথাকে। এই দোষৰ পৰা মুক্ত হ'ব নোৱাৰিম বুলি জানো যদিও মুক্ত হবলৈ পাৰ্যমানে চেষ্টা কৰিম।

বিয়াল্লিছ চনৰ শেষৰ ফালে অসুখত মোৰ স্বাস্থ্য ভাগি পৰিছিল। ১৯৪৩ চনৰ প্ৰথম ভাগত মোক ধৰিবৰ বাবে বিশেষকৈ নগাওঁ জিলাত পুলিচ আৰু সৈন্যবাহিনী তৎপৰ হৈ উঠিছিল। স্থানীয় সহকৰ্মীসকল আৰু ত্যাগবীৰ হেম বৰুৱাকে আদি কৰি সেইসময়ৰ বাহিৰত থাকি নেতৃত্ব দিয়া সকলোৱেই মোক লৈ চিন্তিত হৈছিল। কেইবাটাও ৰেল দুৰ্ঘটনা আৰু হাতীচোঙৰ পুলিচ বিষয়া আৰু চি. আই. ডি. নিখোজ হোৱা আদি ঘটনাতো মোক আচামী কৰিছিল বুলি পুলিচ ডায়েৰীৰ-পৰা তেখেতসকলে বোলে সম্ভেদ পাইছিল। স্বাধীনতা সংগ্ৰামৰ

অন্যতম নেতা তেজপুৰ নিবাসী মহাদেৱ শৰ্মাৰ পৰিয়ালৰ তত্ত্বাৱধানত তেজপুৰ চহৰৰপৰা ন-মাইল দূৰৰ ন-খুটি নামৰ এখন নেপালী খুটিত গোৱালৰ লগত নেপালী পৰিয়াল আৰু শৰ্মাৰ পৰিয়ালৰ মৰম-চেনেহ পাই ছমাহ কটালো। তেজপুৰৰ আজীৱন কংগ্ৰেছকৰ্মী ৰুদ্ৰ বৰা ডাঙৰীয়াই মহাদেৱ শৰ্মাৰ কনিষ্ঠ ভ্ৰাতৃ কংগ্ৰেছকৰ্মী বেদানন্দ শৰ্মাৰ লগত গৈ ত্যাগবীৰ বৰুৱাৰ এখন চিঠি মোক দিলেগৈ। সেই চিঠিত মোক তেতিয়া কলিকতাত আত্মগোপন কৰি থকা ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ তত্ত্বাৱধানত চিকিৎসা কৰাবৰ কাৰণে সুবিধা কৰি শ্ৰীমতী অমলপ্ৰভা দাস কলিকতাৰপৰা আহি বাতৰি দিয়া বুলি জনাইছিল। তেওঁলোকলৈ নিৰ্দেশ দিয়া হৈছিল যে যেনে-তেনে তেওঁলোকে মোক গুৱাহাটীলৈ নিব লাগে। সেইমতে চ'ত মাহৰ কোনো এটা দিনত তেজপুৰলৈ আহি ৰুদ্ৰ বৰাৰ লগত ধেনুমন্দা পৰ্বতৰ পাৰৰ ঘাটত নাৱত উঠি চাৰি দিনে গুৱাহাটী পালো। তাৰ আগে আগে ডাঃ ভুৱনেশ্বৰ বৰুৱা কাৰাগাৰৰপৰা মুকলি হৈ আহিছিল। ডাঃ বৰুৱা, ত্যাগবীৰ বৰুৱা, লক্ষ্যধৰ চৌধুৰী, গিৰীন বৰুৱা আদিয়ে যা-যোগাৰ কৰি দি এদিন সন্ধিয়া সাত বজাত আমিনগাওঁৰপৰা কলিকতালৈ যোৱা মেইলত মোক কলিকতালৈ পঠালে। ব্যৱস্থা কৰামতে কলিকতাত জ্যোতি ককাইদেউৰ লগত কেইদিনমান কটালো। কলিকতাত তেতিয়া ভাৰতৰ বিপ্লৱী আৰু আত্মগোপন-কাৰীসকলৰ কেইবাটাও কেম্প আছিল। অসম, বঙ্গ, বিহাৰ আৰু উৰিষ্যাৰ দায়িত্বত আছিল বিখ্যাত গান্ধীবাদী অন্নদা চৰণ চৌধুৰী। তেখেতৰ ৩৯নং ৰাণী ৰাসমণি ৰোডত থকা কেম্পত নি মোক ৰাখি ডাঃ মৈত্ৰেয়ী বসুৰ দ্বাৰা চিকিৎসা কৰালে।

সেই সময়তে চৰকাৰে কংগ্ৰেছ কৰ্মীসকলে হিংসাত্মক আন্দোলন কৰিছে বুলি বৃটিছ পাৰ্লিয়ামেণ্ট আৰু অন্যান্য মাধ্যমৰ জৰিয়তে প্ৰচাৰ কৰিছিল। তাৰ উত্তৰস্বৰূপে মহাত্মা গান্ধীয়ে তেখেতক বন্দী কৰি থোৱা পুনাৰ আগা খাঁ প্ৰসাদৰপৰা এটা বিবৃতি দিলে। বিবৃতিত কোৱা হ'ল যে, যিহেতু ভাৰতবাসীয়ে "কৰেঙ্গে ইয়া মৰেঙ্গে" পণ লৈ মুক্তিযুদ্ধত

নামিছে, তাত দুই এটা সৰু-সুৰা হিংসাত্মক কাৰ্য হ'বও পাৰে। কিন্তু তেখেতৰ অহিংস সত্যাগ্ৰহীসকলে তেনে কাম কৰা নাই বুলি তেখেতৰ বিশ্বাস। যদি তেখেতৰ অহিংস সত্যাগ্ৰহৰ নীতিত বিশ্বাসী কোনো লোকে তেনে কাম কৰিছে, তেখেতে তাক সমৰ্থন নকৰে। তেখেতৰ সত্যাগ্ৰহত গুপ্ততাৰ স্থান নাই। যদি তাত বিশ্বাসী কোনো লোকে আত্মগোপন কৰি আছে, তেওঁলোকে মুকলিভাৱে কাম কৰি তাৰ ফল ভোগ কৰিবলৈ ওলাই যাব লাগে। এই বিবৃতিৰ পাচত আত্মগোপন-কাৰীসকল দুটা ভাগত বিভক্ত হ'ল। গান্ধীৰ এই বিবৃতি মানিলৈ যিসকলে আত্মপ্ৰকাশ কৰিবলৈ ওলাল, তেওঁলোকে নিজকে চিনাক্ত কৰিলে 'সত্যাগ্ৰহী' বুলি। যিসকলে নেতাজীৰ 'আজাদ হিন্দ ফৌজ'ৰ লগত যোগাযোগ স্থাপন কৰিছিল আৰু আজাদ হিন্দ ফৌজ আহি ভাৰত সোমালেই দেশৰ ভিতৰৰ সংগঠিত বিপ্লৱীসকলে তেওঁ-লোকৰ লগত হাত মিলাবলৈ আঁচনি যুগুত কৰি আত্মগোপন কৰি থাকিল, সেইসকলে নাম ল'লে "অগষ্টিয়াৰ"। প্ৰথম দলটোৰ নেতৃত্বত থাকিল অন্নদা চৰণ চৌধুৰী, সুচেতা কৃপালনী আৰু দাক্ষিণাত্যৰ ৰামচন্দ্ৰজী আৰু অসমৰ জ্যোতি ককাইদেৱে তেওঁলোকৰ পথ গ্ৰহণ কৰিলে। "অগষ্টিয়াৰ" দলৰ নেতৃত্ব দিলে জয়প্ৰকাশ নাৰায়ণ, ডাঃ ৰামমনোহৰ লোহিয়া ; অৰুণা আছফ আলি, অচ্যুৎ পটবৰ্দ্ধন আদিয়ে।

ৰাজনীতিৰ এই পৰিবেশ, কলিকতাৰ বাটে-পথে বুটিছ আৰু আমেৰিকান সৈন্যৰ টিঘিলঘিলনি, দুৰ্ভিক্ষপীড়িত লোকৰ অস্থিচৰ্মসাৰ দেহ এইবোৰ দেখি-শুনি মোৰ অশান্তি লাগিছিল। চিকিৎসাৰ অন্তত কলিকতাত এক মুহূৰ্তও থকাৰ ইচ্ছা নাছিল। অসমলৈ আহি গাৱঁত আত্মগোপন কৰি থকা সহকৰ্মীসকলক লগ পাবলৈ মন অস্থিৰ হৈ উঠিছিল। অসমত তেতিয়া কুশল কোঁৱৰৰ সহযোগী বৈকুণ্ঠ সিঙৰ বিচাৰ চলি আছিল। শংকৰ বৰুৱা আৰু মোক লৈ অসমৰ নেতাসকল বাৰুকৈয়ে চিন্তিত হৈছিল। মোক অসমলৈ পঠিয়াব

নেলাগে বুলি জ্যোতি ককাইদেউলৈ ইয়াৰ পৰা নিৰ্দেশ গৈছিল। আমাৰ নেতাসকলৰ আশংকা আছিল যে কুশল কোৰঁৰৰ দৰেই বৈকুণ্ঠ সিঙৰ বায় হ'ব আৰু বেল দুৰ্ঘটনাৰ অন্যান্য আচামীসকল ধৰা পৰিলে একেদশাই হ'ব। মোৰ নিজৰ ফালৰ পৰাও সত্যাগ্ৰহী সকলৰ লগ মই এৰিব লাগে বুলি ভাবিছিলো। সেয়ে জ্যোতি ককাইদেউৰ লগত আলোচনা কৰি অন্নদাবাবুৰ যোগেদি অগষ্টিয়াৰ-সকলক যেনেতেনে লগ কৰাটো উচিত হ'ব বুলি মই সিদ্ধান্ত কৰিছিলো। এদিন নিচেই পুৱাতে অন্নদাবাবুৰ লগত গৈ টালিগঞ্জৰ বাদৰপ্ৰসাদ চলিহাদেৱৰ ঘৰ পালো। তাতে অগষ্টিয়াৰসকলৰ লগত আলোচনা হোৱাৰ কাৰণে অন্নদাবাবুৱে দিহা কৰিছিল। জ্যোতি ককাইদেউৰ বাসস্থান চলিহাদেৱৰ ঘৰৰ নিচেই ওচৰতে। মই গৈ তেখেতক আলোচনাত যোগ দিবৰ বাবে মাতি আহিলো। দুই বজাত অচ্যুত পটবৰ্ধন আৰু অৰুণা আছফ আলি আহিল। আমাৰ কৰ্মীসকলৰ বিষয়ে ইয়াৰ আগলৈকে তেওঁলোকৰ কোনো ধাৰণাই নাছিল। আমাৰ পৰা অসমত চলি থকা বেল দুৰ্ঘটনাকে আদি কৰি সকলো কথা জানিবলৈ বিচাৰি নানা প্ৰশ্ন কৰিলে। জ্যোতি ককাইদেৱে তেজপুৰৰ অহিংস সত্যাগ্ৰহ আন্দোলন আৰু শ্বহীদ কণকলতাকে ধৰি একৈশজন শ্বহীদৰ আত্মবলিদানৰ বিষয়ে বহলাই ক'লে।

অন্নদাবাবুৰ কেম্পত থকা কালতে জয়প্ৰকাশ নাৰায়ণ আৰু ডাঃ লোহিয়াৰ লগত দেখা হ'ল। পিচত কেইবাখনো বৈঠকত অসমৰ বিষয়ে আলোচনা হ'ল। শঙ্কৰ বৰুৱাই আত্মগোপন কৰি উজনি অসমত যি কাম কৰি আছিল বুলি শুনিছিলো, সেই সকলো কথা তেওঁলোকক জনোৱা হ'ল। তেওঁলোকে মোৰ কাৰণে ল'ৱাৰ চিটপুৰ ৰোডত থকাৰ সুকীয়া ব্যৱস্থা কৰি দিলে। সুবোধ হাজৰিকা তেতিয়া হাৰ্ডিঞ্জ হোষ্টেলত আছিল। তেখেতেও আমাৰ লগ ল'লে। কলিকতাত আজাদ হিন্দ ফৌজৰ বিষয়ে ওলোৱা গুপ্ত

প্ৰচাৰ পুস্তিকা আৰু জয়প্ৰকাশ নাৰায়ণে মুক্তিযুঁজাৰু সকললৈ কোনো অজ্ঞাত স্থানৰ পৰা লিখা বুলি ছপা হোৱা গুপ্ত চিঠি-পত্ৰসমূহ হাজৰিকাৰ যোগেদি গুৱাহাটীৰ লক্ষ্য চৌধুৰীলৈ পঠোৱাৰ ব্যৱস্থা হ'ল। মই অসমলৈ আহি আত্মগোপন কৰি থকা সহকৰ্মীসকলক লগ ধৰি, বিশেষকৈ সেই সময়লৈ বাহিৰৰ লগত কোনো যোগাযোগ কৰিব নোৱাৰাকৈ সংগঠন চলাই থকা শংকৰ বৰুৱাৰ লগত যোগাযোগ কৰি শক্তিশালী সংগঠন এটা গঢ়ি তোলাৰ কৌশল উদ্ভাৱন কৰাৰ বিষয়ে জয়প্ৰকাশ নাৰায়ণৰ মধ্যস্থতাত দলৰ কেইবালানিয়ো আলোচনা হ'ল। অসমৰ পৰিস্থিতি নজনাকৈ মোক তেওঁলোকেও অসমলৈ পঠাবলৈ ভালপোৱা নাছিল। ইয়াৰ ভিতৰতে মই কলিকতাত থকা অৱস্থাত অসমৰ পৰা পুনা সমদলত যোগ দিবলৈ যোৱা সত্যাগ্ৰহী-সকলক ছদ্মনামলৈ দেখা কৰিবলৈ যাওঁতে গ্ৰেপ্তাৰ হৈ ব'ম্বেৰ অস্থায়ী জেলত আটকবন্দী হৈ থাকি চিনাক্তকৰণ নোহোৱাৰ বাবে কোনোমতে ১৫ দিনৰ মূৰত মুকলি হৈ আহিলো। গতিকে মই পুনৰ ধৰা পৰাটো তেওঁলোকে বিচৰা নাছিল।

## অৰুণা আছফ আলি অসমলৈ :

এদিন চাউথ এভিনিউত হোৱা এক আলোচনাত অৰুণা আছফ আলিয়ে নিজে অসমলৈ আহি অৱস্থা বুজি লোৱাৰ পাচতহে মোক অসমলৈ পঠিওৱাৰ কথাটো থাটাং কৰিব বুলি তেখেতৰ সিদ্ধান্তৰ কথা ক'লে। জয়প্ৰকাশ নাৰায়ণে এই সিদ্ধান্তত প্ৰথমে মত দিয়া নাছিল। কিন্তু যেতিয়া জানিলে যে সকলো দায়িত্ব 'ভগৱান দাস' বোলাজনে লৈছে, তেখেতে আপত্তি নকৰিলে। ভগৱান দাস হ'ল সেনা বেশধাৰী ওথ ডাঙৰ এজন দক্ষিণ ভাৰতৰ আত্মগোপনকাৰী। তেখেতেই অসমৰ সীমান্তলৈ আহি সৈন্যসকলৰ মাজত জয়প্ৰকাশ নাৰায়ণে সৈন্যবাহিনীৰ উদ্দেশ্যে লিখা হিন্দি আৰু ইংৰাজীৰ গুপ্ত চিঠিবোৰ যথাস্থানত দিয়ে আৰু আজাদ হিন্দ ফৌজৰ শেহতীয়া খবৰ

সংগ্ৰহ কৰে। শংকৰ বৰুৱাক লগ ধৰাটো অকণা আহফ আলিৰ উদ্দেশ্য আছিল। দ্বিতীয়তে, মোৰ বিষয়ে কিছু তথ্যপাতি সংগ্ৰহ কৰি সন্দেহ দূৰ কৰা। কাৰণ মোৰ বয়স তেতিয়া আছিল মাত্ৰ ২২/২৩ বছৰ, যেমাৰে পাই তাকো কমাইছিল। গতিকে সকৰ মুখত বৰ কথা,—সন্দেহ হ'বলগীয়া।

দহ-বাৰদিনৰ পাচৰ কথা। ভৱানীপুৰৰ দক্ষিণ ভাৰতীয় লোক এজনৰ ঠিকনা দি মাতি জয়প্ৰকাশ নাৰায়ণে এজন কটকী পঠিয়ালে। সন্ধিয়া সুবোধ হাজৰিকাক লগত লৈ সেইখিনি পালোগৈ। বৈঠকত অকণা আহফ আলি উপস্থিত। গুৱাহাটী, যোৰহাটৰ পৰা ঘূৰি গৈ কলিকতা পালেগৈ আৰু কাক ক'ত পালে সকলো কাহিনী বহলাই ক'লে। শঙ্কৰ বৰুৱাৰ বিষয়ে সকলো খবৰ ল'লে কিন্তু কোনেও তেওঁক লগ পোৱাৰ সঠিক সন্ধান দিব নোৱাৰিলে। গুৱাহাটীত ত্যাগবীৰ বৰুৱা, ডাঃ বৰুৱা, লক্ষ্য চৌধুৰী, গিৰীণ বৰুৱা, উপেন নবীশ আদিক লগ পালে। মই অসমলৈ অহাৰ বিষয়ে ক'লে যে, ত্যাগবীৰ বৰুৱা অসুস্থ আৰু দুৰ্বল, গতিকে মই আহি ধৰা পৰিলে কি হয় ঠিক নাই। আৰু, 'that grand old doctor' অৰ্থাৎ ডাঃ বৰুৱাই মই অসমলৈ অহাটো বিচাৰিছে বুলি জনালে। মই আহিবলৈ ওলালো। অসমৰ লগত যোগাযোগ ৰক্ষা কৰিবলৈ সুবোধ হাজৰিকাই ভাৰ ললে। মই কথা দিলো, শংকৰ বৰুৱা য'তে আছে মই লগ কৰিম আৰু ১৫ দিনৰ পাচত কটকী আহি মোক তেজপুৰৰ পৰ্বতীয়া গাওঁৰ মহাদেৱ শৰ্মাৰ ঘৰত লগ কৰিব। খবৰ দিয়া হ'ল। সেইমতে মোৰ 'বিপ্লৱী মোমাই, লক্ষ্যধৰ চৌধুৰীয়ে দুৰ্গাপূজাৰ সপ্তমীৰ দিনা আবেলি আমিনগাওঁৰ পৰা উত্তৰ গুৱাহাটীলৈ নি নাৱেৰে গুৱাহাটীলৈ নিলেহি। ন-খুটিৰ নিৰ্জনতা আৰু তাৰ পৰা জনসমুদ্ৰ কলিকতাৰ পৰা ঘূৰি শান্তিনিকেতন গুৱাহাটী পালেহি। কলিকতৰ বিপ্লৱীসকলৰ লগত কটোৱা আঠমহীয়া জীৱনৰ বহুতো নোকোৱা হৈয়ে ৰ'ল।

## শংকৰ বৰুৱাক বিচাৰি :

গুৱাহাটীৰ জনদিয়েক মনেম্বিলা সহকৰ্মীৰ লগত কলিকতাত জানি অহা কথাবিলাক আলোচনা কৰি দুদিন থাকিলো। এদিন ৰাতি ৰবীন নবীশে এখন গাড়ীৰে আনি নগাওঁ আমোলাপট্টিৰ প্ৰতাপ শৰ্মাৰ ঘৰত নমাই দিলেহি। পাচদিনা ডাঃ বিদ্যা বৰুৱা আৰু কবিৰাজ চন্দ্ৰ শৰ্মাক মই আহি পোৱাৰ সম্বাদ জনালো। যোৰহাটলৈ যাবৰ কাৰণে গাড়ী এখন ঠিক কৰাৰ ভাৰ ডাঃ বৰুৱাৰ ওপৰত পৰিল। শিৱসাগৰলৈ গাড়ী লৈ যোৱা এটা পৰিয়ালৰ লগত মোক তুলি দিলে। তেতিয়া হেম বৰুৱা ( অধ্যক্ষ ) যোৰহাটৰ তৰাজনৰ ঘৰত। জেলৰ পৰা অলপ আগতে ওলাই আহিছে। তেওঁৰ ঘৰৰ আগতে নমাই দি গাড়ী গন্তব্যস্থানলৈ গ'ল। তাতে দিনৰ আহাৰ গ্ৰহণ কৰি মোৰ অহাৰ উদ্দেশ্য ব্যাখ্যা কৰিলো। সুৰেন ভঁৰালী ডাঙৰীয়া আহি আলোচনাত যোগ দিলে। সেই ঠাইত অধিক লোকৰ সমাগম হোৱাটো নিৰাপদ নহয় বুলি ভঁৰালী ডাঙৰীয়াৰ ঘৰলৈ মোক নিলে। তাতে আহি বলিনাৰায়ণ বৰুৱাদেৱে লগ ধৰিলে। শংকৰ বৰুৱাক লগ ধৰাৰ উপায় সম্বন্ধে আলোচনা হ'ল। শ্ৰীদেবানন্দ ভঁৰালী ডাঙৰীয়াই শংকৰ বৰুৱাৰ গতি-বিধিৰ উমান পায়। গতিকে সন্ধিয়া পৰত মই আৰু সুৰেন ভঁৰালী তেওঁৰ ঘৰলৈ গ'লো। দেবানন্দ ভঁৰালা ডাঙৰীয়াই পথাৰৰ মাজত দুটি পঁজা সাজি তাতে থিতাপি লৈছে আৰু এমাহৰ আগতে প্ৰথম সন্তানটিৰ জন্ম হৈছে। থকা-খোৱাৰ নিজৰে সুবিধা নাই। পাগ-পানী নিজেই কৰে আৰু নতুনকৈ আৰম্ভ কৰা টাইপ শিকোৱা স্কুললৈও যাব লাগে। ৰাতিটো তেখেতৰ ঘৰতে ৰাখিবলৈ আগ্ৰহ কৰিলে। আত্মগোপনৰ কাৰণেও ঠাইখন নিৰাপদ। ৰাতিটো আৰু পাচদিনা দিনটো তাতে থকা হ'ল। আবেলি আহি খবৰ দিলেহি, সেই ৰাতিলৈকে শংকৰ বৰুৱাক টেঙাললত লগ ধৰাৰ দিহা কৰা হৈছে। ভঁৰালীৰ মুখৰ মিচিকিয়া হাঁহি আৰু সবল আতিথ্য সদায় মনত থাকিব।

সন্ধিয়াৰ পাচত চৰকাৰী আলিয়েদি অলপ দূৰ গৈ কাতিমহীয়া খানি পথাৰৰ আলিয়ে আলিয়ে ছয়ো খোজ ললো। এজন দেশকৰ্মীৰ ঘৰত ৰাতি আঠমান বজাত উঠিলোগৈ। তেখেতৰ নামটো মনত নাই। ঘৰৰ মূল মানুহজন তেতিয়া ফাটেকত। কেৰাচিন নাই, আলহীৰ কাৰণে এটা চাকি। ঘৰৰ বাকী কাম জেংখৰিৰ জুইৰ পোহৰত হৈছে। চেনি পাবলৈ নাই। কাঁহৰ বাতিত বঙা চাহ আৰু গুড়। খোলামনৰ আতিথ্য, অভাৱ ঢাকিবৰ কোনো কৃত্ৰিমালি নাই। গৃহস্থ জেলত আছে, তাৰ বাবে কাৰো মনত বেজাৰ নাই—ই যেন স্বাভাৱিক কথা। ঘৰত থকা পুৰুষ মানুহৰ লগত আমি কথা-পাতি সময় কটাইছো। একাষত বহি মাক-জীয়েকে যঁতৰত মহুৰা ফুৰাইছে, কোনো এগৰাকীয়ে উঘাত সূতা লৈছে আৰু মাজে মাজে বকৰাৰ বিষয়ে আমি পতা কথাত ভাগ লৈছে। চাকিৰ পোহৰত সূতাবোৰ চালো—হাতে কটা সূতা।

বকৰা আৰু তেওঁৰ দল কেতিয়া আহিব কোনো ঠিক নাই। লগত বা কিমানজন আহিব তাৰো হিচাপ নাই। গতিকে আমাৰ কাৰণে জলপানৰ দিহা কৰিব লাগে বুলি ৰেৰৰ সিকালে জেংখৰি লগাই বহি থকা বোৱাৰীয়েকক শাহুৱেকে হুকুম দিলে। আমাৰ আটাইকেইজনৰ আগত এবাতিকৈ বৰা চাউল সিজোৱা জলপান থলেহি। বোৱাৰীয়েকে শাহুৱেকক কাণে কাণে কোৱা কথাষাৰ আমাৰ কাণতো পৰিল। ভঁৰালীয়ে মোৰ মুখলৈ চাই মিচিকিয়াই হাঁহিলে। ময়ো হাঁহি ডাঙৰকৈ মাত দিলো,—"গোঁসায়ে বেলেগ চক নজলায়, বান্ধি দিলে ভাত খোৱা হ'ব, নহ'লে এই বাতিয়েই হ'ব।" হাঁহিৰ বোল উঠিল। বোৱাৰীয়ে লাজত ওৰণি টানি ভিতৰ সোমাল।

শংকৰ বৰুৱাক লগ পালো:

চোতালত ভৰিৰ খোজৰ শব্দ আৰু কাহ। হাতত চাকি লৈ ঘৰৰ সকলো দুৱাৰ মুখলৈ আগবাঢ়ি গ'ল। বুজিলো, সদলবলে

বকয়া পালেহি। দলটোত প্ৰায় দহজন লোক। উঁবালীয়ে চিনাকি কৰি দিলে। দুয়ো বুকুত সাৰটা-সাৰটি কৰি বহুত সময় থাকিলো। এৰি দুয়ো দুয়োলৈ চালো। মই চালো মুৰত বগাটুপীৰে খাদী-পৰিহিত হাঁহিমুখৰ কগ্নচেহেৰাৰ লোকজনলৈ। দেখাতে শৰীৰ দুৰ্বল, নিশ্বাসত উদকাইৰ শব্দ। বকৰাই ভিতৰলৈ গৈ জীয়ৰী-বোৱাৰী সকলোকে মাতি কথা-বতৰা পাতি হুকুম দিলে—"ভাত ৰান্ধাহঁত।" চা-চিনাকি সকলোৰে লগত হোৱাৰ পাচত সকলোৰে কাৰণে এবাতিকৈ গুড়ৰ লগত 'পানী' আহিল। আমাৰ আলোচনা তৰিলো, মোৰ হাতত থকা জয়প্ৰকাশ নাৰায়ণৰ কিতাপ-পত্ৰ দিলো। তাৰে কিছু অংশ পাঠ মই সকলোৱে বুজিবপৰাকৈ অসমীয়াত ভাঙনি কৰি দিলে। বকৰাদেৱৰ ভাষা স্পষ্ট—"আপনালোকে নগৰে-চহৰে ফুৰি কাম কৰিছে। ইয়াৰ অৱস্থা বুজিবলৈ আপোনালোকৰ সময় নাই। এই কৰ্মীবিলাক মৰিল নে হাজিল তাৰ বুজ লওঁতা নাই। ময়ো গান্ধীবাদী। যেতিয়াৰ পৰা মহাত্মা গান্ধীৰ কথা বুজি পোৱা হৈছো, তেতিয়াৰ পৰাই মহাত্মা গান্ধীৰ আদৰ্শ শিৰত লৈ খাদী সংঘৰ প্ৰচাৰৰ কামত আত্মনিয়োগ কৰিছো। এওঁলোকে মহাত্মাৰ আদৰ্শ কি বুজে? মহাত্মাই অহিংস হ'বলৈ কৈছে, কিন্তু কাপুৰুষ হ'বলৈ কোৱা নাই, যি সকলে আত্মসমৰ্পণ কৰিবলৈ গৈ গান্ধীজীৰ নাম লৈছে, তেওঁলোকে আমাক বিশ্বাসঘাতকতা কৰিছে। মই ক'ত 'পলাই' আছো? মই মহাত্মাৰ আদৰ্শৰে কাম কৰি আছো। মিলিটাৰীৰ অত্যাচাৰত বোৱাৰী-জীয়ৰী বাটত ওলাব নোৱাৰে। গান্ধীজীয়ে কৈছে তেওঁলোকৰ ৰক্ষাৰ কাৰণে নিজৰ শৰীৰৰ ভগৱানে দিয়া অস্ত্ৰ ব্যৱহাৰ কৰিব লাগিব। তেওঁলোকে নিজক ৰক্ষা কৰিবলৈ ভগৱানে দিয়া নখ আৰু দাঁত আছে। মই এতিয়া তেওঁলোকক ডেগাৰ একোখন দিছো। তাক ব্যৱহাৰ কৰিবলৈ শিকাইছো। মোৰ বাই-ভনীহঁতক নিৰাশ্ৰয় কৰি মই সত্যাগ্ৰহী বোলাবলৈ যাম?" এইবুলি কৈ ভিতৰৰ ফালে মুখ ঘূৰাই চিঞৰি মাত দিলে—"ভাত হ'ল যদি দে।" সেই সময়তে মোৰ

হাতত থকা জয়প্ৰকাশ নাৰায়ণে অজ্ঞাত ঠাইৰ পৰা বিপ্লৱীসকললৈ লিখা "To all Fighters for Freedom" নামৰ পুস্তিকাখনৰ তেওঁৰ কথাৰ লগত মিলি যোৱা কথাখিনি পঢ়ি দিলো আৰু আন সকলে বুজিবৰ কাৰণে অসমীয়াত ক'লে।।

"Non-violence does not permit secret functioning, yet during a struggle organisation must be secret.…Even Mahatma Gandhi makes such compromises. By merely condemning secrecy and extolling open work we donot solve the difficulty, nor advance our cause…" ৰাতি কিমান হৈছিল খিয়াল নাই। ভঁৰালীয়ে তেতিয়া বিদায় লৈ গ'লগৈ নেজানিলো। ১২ জনমানে ভাত খালো। গৃহস্থঘৰৰ অতিথি-পৰায়ণতা, দেশসেৱক সকলৰ প্ৰতি থকা শ্ৰদ্ধা আৰু মৰম দেখি মই স্তম্ভিত হ'লো। বৰুৱাৰ ত্যাগেই হয়তো তেওঁলোকক প্ৰেৰণা দিছিল। বাকী সকলে গাৱঁত মানুহৰ ঘৰত বিছনা বিচাৰি গ'ল। আমি দুয়ো এখন বাঁহৰ চাঙত একেলগে শুলো। তেখেত পৰিয়েই নাকেৰে মাতি টোপনি গ'ল। মোৰ টোপনি নহ'ল। জয়প্ৰকাশ নাৰায়ণৰ লগত বৰুৱাৰ চিন্তাৰ কিমান মিল! পুৱাৰফালে চিলমিলকৈ টোপনি আহিছিল। চাঙৰ তলত থৰমৰাই থকা ৰাজহাঁহ কেইটাৰ মাতত টোপনি ভাগিল।

বৰুৱা উঠি প্ৰাতঃকৃত্য সমাপন কৰি গাৱঁলৈ ওলাল। মই বাটলৈ ওলালো। দেখিলো. এঘৰৰ পদূলিমুখত বৰুৱাক ডেকাবুঢ়া, জীয়ৰী-বোৱাৰীয়ে আগুৰি ধৰিছে আৰু তেখেতে ৰং-ৰহইচ কৰি আছে। ময়ো যোগ দিলো। মানুহ ঘৰৰ পৰা আইতা এগৰাকী ওলাই আহি ঘৰলৈ মাতি নিলে। মোক গোঁসাই বুলি জানি সেইমতে ব্যৱহাৰ কৰিলে। পাকঘৰৰ মজিয়াত দুখন পীৰাত দুজনক বহুৱালে। এবাতিকৈ কেঁচা পিঠাগুড়ি, সোন্দাকল আৰু গুড়েৰে পুৱাৰ আহাৰ হ'ল। বামুণ, গোসাঁইক ভজা পিঠাগুড়ি দিব নেপায় বুলি

বকৰাই মোক বুজালে। পেট চলিব বুলি ভয় হৈছিল, পিচে একো নহ'ল।

দলে-বলে খোজ ল'লো সেই গাৱঁৰে আন,এজন দেশপ্ৰেমিক কমলা হাজৰিকাৰ ঘৰলৈ। হাজৰিকাৰ চোতালত গাৱঁৰ বুঢ়া-মেথা, ডেকা-গাভৰুৱে জুম বান্ধিলে। দেখিলো, গাওঁখনেই এটা দুৰ্গ। তাত শত্ৰুৰ প্ৰবেশ হ'ব নোৱাৰে, চোতালতে বহি 'পানী' খাই আলোচনা আৰম্ভ হ'ল। আজাদ হিন্দ ফৌজৰ আগমন আৰু অগষ্টিয়াৰ সকলৰ আঁচনিয়েই আলোচনাৰ বিষয়। আঁচনিৰ কথা ব্যাখ্যা কৰি জয়প্ৰকাশ নাৰায়ণৰ চিঠিৰ পৰা পঢ়ি দিলো—"I have suggested a guerilla form of organisation for the purpose and some progress has already been made in developing a guerilla movement. In the very nature of things I cannot be expected to say more about this matter here except perhaps this—that my views in this regard have no difficulty in reacting the proper quarters and those interested in this work cannot have much difficulty in putting themselves in touch with the organisation that has been set-up." সমজুৱাসকলে বুজিবলৈ অসমীয়াত ভাঙি দিলো। শেষত পঢ়ি দিলো—"Only those who fight without hope of immediate results will win victory. Others will fall out of ranks ; will prattle wise words and pose as statesmen, but history w'll know them as deserters, as men of poor faith and poorer courage, who forsook duty in the face of sufferings." অসমীয়া ভাঙনি শুনি সকলোৱে চাপৰি বজালে। বকৰাই গহীনাই মাত দিলে—"চাপৰি বজাইছ, যুদ্ধ কৰিব পাৰিবি ?" সকলোৱে চিঞৰি উঠিল—

"পাৰিম, পাৰিম।" বৰুৱাই একো মন্তব্য নিদিলে। বুজিলো, মোৰ দৌত্য কৰ্মৰ ফল ধৰিব।

কমলা হাজৰিকাৰ ঘৰতে কেইদিনমান থাকি জিৰণি লবলৈ ব্যৱস্থা কৰি দি বৰুৱাই পূৰ্বৰ নিৰ্দিষ্ট কাৰ্য্যসূচীত যোগ দিবৰ কাৰণে দিনৰ আহাৰ সমাপন কৰি ৰাওণা হ'ল। মই তাতে হাজৰিকাৰ লগত গাওঁফুৰি তিনিদিন কটালো। হাজৰিকাৰ বুঢ়া দেউতাকে দিনটো বাঁহৰ জেং বিচাৰে আৰু ৰাতি তাকে জলাই ঘৰ পোহৰ কৰে। মোক থাকিবলৈ দিয়া কোঠাটোত এটা কেৰাচিনৰ লেমৰ দিহা কৰা হৈছিল। আলহী আছো কাৰণে আৰু হাজৰিকাৰ হাত দীঘল কাৰণে চেনি দিয়া চাহৰ যোগাৰ হৈছিল। হাজৰিকাৰ অৱস্থা ভাল যদিও ধন দিলেও বজাৰত বস্তু পাবলৈ নাই। মই কলিকতা এৰাৰ ১৫ দিনৰ পাছত বৰুৱাৰ মতামত জানিবলৈ কলিকতাৰ পৰা কটকী আহি তেজপুৰত মোক লগ ধৰাৰ কথা পূৰ্বতে ঠিক কৰা আছে। গতিকে মোৰ উভতিবৰ সময় চাপি আহিল। ব্যৱস্থা কৰিবৰ কাৰণে যোৰহাটৰ বলিনাৰায়ণ বৰুৱা ডাওৰীয়ালৈ বাতৰি দিয়া হ'ল। বৰুৱা ডাওৰীয়াই সকলো যোগাৰ কৰি জনাবলৈ গাত ল'লে। হাজৰিকাৰ ঘৰত তিনিদিন থকাৰ পাচত বৰুৱাৰ লগৰ এজনে আহি খবৰ দিলেহি—বৰুৱা ৪/৫ মাইল দূৰৰ এখন গাৱঁত অসুস্থ হৈ পৰি আছে। খবৰ পাই হাজৰিকা আৰু মই চাইকেলেৰে গৈ দেখো বৰুৱা বিচনাত। গা বাৰুকৈয়ে বেয়া। উদফাই ৰোগে পীড়া কৰিছে। দেখি বেজাৰ লাগিল আৰু বিমোৰতো পৰিলো। সেই অৱস্থাতে অলপ আলোচনা হ'ল। মোৰ পৰামৰ্শ হ'ল তেখেতক কলিকতালৈ নিব লগে আৰু তাৰ সুবিধা আমি কৰিম। তাত চিকিৎসাৰ সুবিধা হ'ব আৰু একে চিন্তাধাৰাৰ নেতাসকলক লগ ধৰি ভাবৰ আদান-প্ৰদান কৰাতো সুবিধা হ'ব। তেখেত কিন্তু এই পৰামৰ্শত মান্তি হোৱা নাছিল। ক'লে—"মই ইহঁতৰ মাজতে মৰিম।" কিন্তু তেখেতৰ সহকৰ্মীসকলে যেনেতেনে তেখেতক গোলাঘাট বা

যোৰহাটৰ পৰা আঁতৰাই কোনো এক নিৰাপদ ঠাইত কিছুদিন ৰখাৰ ওপৰত গুৰুত্ব দিলে। আলোচনাৰ অন্তত সিদ্ধান্ত হ'ল—তেখেত নগাঁৱলৈ আহিব। মনতে ভাবিলো, টাউনৰ পৰা সাত মাইল নিলগত আমাৰ য'ত বিশ্বাসী সংগঠন আছে, তাতে কিছুদিন ৰাখি ডাঃ বৰুৱা আৰু কবিৰাজ শৰ্মাৰ চিকিৎসাত ৰাখি পাচত আনকথা চিন্তা কৰা হ'ব। মনতে ভাবিলো—লক্ষ্য চৌধুৰী আৰু সুবোধ হাজৰিকা যদি কলিকতাৰ পৰা মোক লগ পাবলৈ তেজপুৰলৈ আহে, তেতিয়া বৰুৱাক হয়তো কলিকতালৈ নিয়াৰ কথাত মান্তি কৰাৰ পৰা যাব।

নগাৱঁলৈ যোৱাৰ প্ৰস্তাৱত বৰুৱাই সন্মতি জনালে। দুদিনৰ পাচত বলিনাৰায়ণ বৰুৱাদেৱে আহি এক দুঃসংবাদ দিলেহি—"জয়প্ৰকাশ নাৰায়ণ তেখেতৰ সঙ্গীৰে সৈতে পঞ্জাৱত পুলিচৰ হাতত ধৰা পৰিল বুলি বাতৰি কাকতত ওলাইছে।" সকলো উদ্যম আৰু উৎসাহ যেন ক্ষন্তেকতে চেঁচা পৰি গ'ল। সোনকালে তেজপুৰলৈ গৈ সঠিক বাতৰি ল'বৰ কাৰণে মন বিয়াকুল হৈ পৰিল। এই বাতৰি যাতে বৰুৱাই নাপায় তাৰ বাবে আমি সকলোৱে সতৰ্কতা অৱলম্বন কৰিলো। পাচত জানিব পাৰিলো যে, যিজন লোকৰ লগত সুৰেশ জে. দেশায়ে জয়প্ৰকাশ নাৰায়ণৰ লগত প্ৰথম সাক্ষাতৰ বাবে মোক পঠাইছিল, তেৱেঁই ষড়যন্ত্ৰ কৰি জয়প্ৰকাশজী আৰু সুৰেশ জে. দেশাইক ধৰাই দিলে।

বলিনাৰায়ণ বৰুৱাই আহি জনালে যে, পথেদি মই নগাৱঁলৈ অহাৰ চিন্তা এৰিব লাগে। কাৰণ, মুসলীগড়ত যোৰহাটৰ পৰা নগাৱঁলৈ অহা গাড়ীত জোৰ তালাচী চলিছে। উপায় বিচাৰি বৰুৱাৰ কাষ চাপিলো। তেখেতে সহকৰ্মীসকলৰ লগত আলোচনা কৰি নামটেমেৰা মিচিং গাৱঁৰ স্কুলৰ শিক্ষক ধৰ্মেশ্বৰ বৰুৱালৈ খবৰ দিলে। মোক শেনচোৱা গাৱঁলৈ স্থানান্তৰিত কৰিলে। শেনচোৱা গাৱঁত ধৰ্মেশ্বৰ বৰুৱা আৰু সহকৰ্মীসকলৰ মাজত সিদ্ধান্ত হ'ল যে নামটেমেৰা মিচিং গাৱঁৰ পৰা গেলাবিল হৈ ব্ৰহ্মপুত্ৰইদি নাৱত তেজপুৰলৈ যাম।

সকলো দিহা কৰিবৰ বাবে ধৰ্মেশ্বৰ বৰুৱাই দায়িত্ব ল'লে। গা অলপ ভাল পাই মোক বিদায় দিবৰ কাৰণে বৰুৱাদেৱ শেনচোৱা গাৰ্ডলৈ আহিল। বস্তুদ-পাতি সকলো বান্ধি দুখন চাইকেলত বোজাই কৰি বাতি দহমান বজাত নাম টেঁৰেৰা মিচিং গাওঁ বুলি খোজ ল'লো। লগত আপীৰাম গগৈ, ধৰ্মেশ্বৰ বৰুৱা, গন্ধৰাম গগৈ আৰু চাইকেল ঠেলি নিবৰ বাবে দুজন ডেকা।

ঘূৰি-পকি গৈ ট্ৰাংক ৰোডত উঠি কমাৰগাওঁ অভিমুখে খোজ ল'লো। বাটত পহৰা দিয়া গাওঁৰক্ষী বাহিনীৰ বহুতো লোকক কৈফিয়ৎ দিবলগীয়া হৈছিল। বহুদূৰ গৈ উপপথ ললো। এখন চাহ-বাগিছা পালো। লগৰীয়াসকলে জনালে, সেইখন বাধাবাৰী চাহবাগিচা। চাহগছ আৰু হাবিয়নীৰ মাজেৰে গৈ থাকোতে লগৰীয়া কেইজন হঠাৎ থৰ লাগি ৰ'ল। "গোন্ধ পাইছনে, ওচৰতে কেনিবা আছে"—বুলি কোৱা-কুই কৰিলে। কাষতে থকা এটা চাহপাত তোলা ঘৰৰ বাঁহৰ চাঙৰ ওপৰত মোক বহুৱাই তেওঁলোক আটাই-কেইজনে মিলি চিঞৰ-বাখৰ কৰিলে। আধাঘণ্টামান পৰ তাত বহিলো, ভাগৰো লাগিছিল। অলপ জিৰণি লোৱাও হ'ল। আপীৰাম গগৈৰ 'ঘটি' মোনাত কটাৰী আৰু তামোলৰ যোগাৰ সদায় থাকেই। তামোল-ছালি খাই লগত নিয়া লেমটো ঠিক কৰি লৈ পুনৰ খোজ ললো। গেলাবিলৰ পাৰ পাই নদীৰ পাৰে পাৰে লুংলুঙীয়া বাটেৰে আগুৱাবলৈ ধৰিলো। পুবে ধলফাট দিলে। নদীৰ বুকুত কাতিমহীয়া নিয়ৰৰ ধোঁৱা উঠিছে আৰু মাজে মাজে পুৱতি নিশাৰ সুবিমল মলয়া বলিছে। এক ৰোমাঞ্চকৰ পৰিবেশ। ডেকা বয়সৰ কথা। মনতে ভাব হৈছিল যেন কোনো চিনেমাৰ দৃশ্যতহে ভাও দিছো। কিমান গৈছো নেজানো—সপোনপুৰীত কেৱল খোজেই কাঢ়িছো। সকলো গৈ এটা আধাভগা বেৰ নোহোৱা ঘৰৰ কাষত বলোগৈ। জাৰ লাগিছিল। জুপুৰী ভাঙি জুই অলাই বননিৰ ওপৰতে চাৰিওকাষে সকলো বহিলো। সিপাৰে মিচিং গাৱঁত কুকুৰাই ডাক দিছে।

ইপাৰৰ পৰা ধৰ্মেশ্বৰ বৰুৱাই কাৰোবাৰ নাম ধৰি চিঞৰি কিবা ক'লে। সিপাৰে টিমিক-টামাককৈ চাকি কেইটামান জ্বলি উঠিল। ক্ষন্তেকতে কেইবাখনো নাও আহি আমাক সিপাৰলৈ নিলে। যথাৰীতি তেওঁলোকে সম্ভাষণ জনাই আলহী ঘৰলৈ বাট দেখুৱাই নিলে। আলহী ঘৰৰ চাঙৰ ওপৰত ঢাৰি, ঢাৰিৰ ওপৰত বৰ-কাপোৰ পৰা আছে। তাতে নি বহুৱালে। যি দেখিলো, যি পালো এই সকলো-বিলাকেই যেন 'টনিক'। দুখ-ভাগৰ আঁতৰিল। বাহিৰত ল'ৰা-ছোৱালী, মতা-তিৰোতা, বুঢ়া-মেথাৰ কথন-মথন শুনিলো। "বৰুৱা দেউতা অহা নাই" অৰ্থাৎ শংকৰ বৰুৱা। ধৰ্মেশ্বৰ বৰুৱা ওলাই গৈ বুজালে—"বৰুৱা দেউতাৰ গা বেয়া।" আলহী চাঙৰ তলত মাটিত কাঠ পৰা আছে। ডেকাকেইজনমান তাতে বহিল। ধৰ্মেশ্বৰ বৰুৱাই বাহিৰলৈ গৈ মুখ ধোৱা পানী, চাহ আদিৰ দিহা দিলে। দেখিলো, মানুহবোৰে দেখোন কথা নকয়। অলপ পৰৰ পাচত কেইজনমান বুঢ়ালোক সোমালহি। ডেকাসকলে থিয় হৈ তেখেতসকলক বহিবলৈ ক'লে। তাৰে এজনে মোৰ মন বৰকৈ টানিছিল। মূৰত পাগুৰি, বগা পাতল গোঁফ, হাতত ধোঁৱা-খোৱা, ধোঁৱা-খোৱাৰ নলীৰ তলৰ নাৰিকল ভাগ ৰূপেৰে বন্ধোৱা। মোৰ মুখলৈ কোনেও নাচায়। ধোঁৱাখোৱাজন যে গাৱঁৰ মুখিয়াল বুজিবলৈ বাকী নাথাকিল. তেওঁ ডেকা সকললৈ চাই ক'লে,—"আমাৰ দুখীয়া গাওঁ, গোঁসাই আহিছে, আমাৰ খাবলৈ দিবলৈ একোৱেই নাই। যি আছে, তাকেই খাব আক।" বুজিলো, অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ভাষণ হ'ল। ডেকা এজনে দোৱানত কিবা ক'লে। ধৰ্মেশ্বৰ বৰুৱাই দোৱানেৰে কিবা কৈ অসমীয়াতে ক'লে—সকলো যোগাৰ আছে। মই মাত লগালো—"হ'ব, হ'ব, আপোনালোকক দেখিয়ে মোৰ ভাল লাগিছে।" বৰুৱাৰ অসুখ বেচি নেকি তেওঁলোকে জানিবলৈ বিচৰাত ধৰ্মেশ্বৰ বৰুৱাই ক'লে—"নাই, ভাল পাইছে।" আপীৰাম গগৈ, গন্ধৰাম গগৈ আৰু চাইকেল নিয়া ডেকা দুজন বিদায় লৈ গ'লগৈ। আমি মুখ-হাত ধুই

গ'লো। আমাক মূল চাঙলৈ নি জুহালৰ কাষত ঢাবিত বৰ-কাপোৰ পাৰি বহুৱাই চাহ্-পিঠা দিলে। পুৰুষসকল আমাৰ লগতে বহিল। তিৰোতাসকলে সকলো যোগাৰ কৰিছে। তাৰে এগৰাকী মাষ্টৰণী। হাতীখুলীয়া বাত্তিত চাহ তৃপ্তিৰে খালো। তেওঁলোকৰ দীঘল চাঙৰ ঘৰটোত থকাৰ নিয়ম চালো।

পুনৰ আলছী চাঙলৈ আহি দেখোঁ, মুগাৰ মেখেলা আৰু কপাহী চাদৰ পিন্ধা, ৰঙা গালৰ নিপোটল সুঠাম দেহৰ গাভৰুসকলে হাতত ডেগাৰ একোখন লৈ আলছী ঘৰৰ সন্মুখত থিয় হৈ আছে। ওচৰ পাওঁতেই কাৰোবাৰ নির্দেশত ডেগাৰৰ নালৰ ফাল বুকুত লগাই অভিবাদন জনালে। মই প্ৰত্যেককে দুই-এটা কথা সুধিছিলো। কিন্তু তেওঁলোক সৰহ কথা ক'বলৈ ইচ্ছুক নহয়। এয়া বিয়াল্লিছৰ শংকৰ বৰুৱাৰ সংগঠন। এনে আওহতীয়া অঞ্চলতো আত্মৰক্ষাৰ এনে সংগঠন গঢ়ি তোলা নেতাজনৰ প্ৰতি শ্ৰদ্ধাত মোৰ শিৰ দোঁ খালে।

আলছী ঘৰৰ ওচৰতে সেৱিকাসকলে মাষ্টৰণীৰ তত্বাৱধানত আহাৰ বন্ধাত লাগিল। আমি দিনৰ ভোজন সমাপ্ত কৰি অনুমান তিনি বজাত ঘাটলৈ গ'লো নাৱেৰে তেজপুৰলৈ যাত্ৰা কৰিবৰ কাৰণে। গৈ দেখোঁ, গোট কাঠৰ কটা নাও, দীঘলে প্ৰায় ১৫।১৬ হাত আৰু মাজত প্ৰস্থ আঢ়ৈ ফুটমান হ'ব। ওপৰত খেৰৰ চৈ সজা আছে। আমাৰ লগত নিবলগীয়া সকলো বছদ-পাতি তাত ৰখা হৈছে। নাৱত উঠি পাৰত গোট খোৱা সকলৰ পৰা বিদায় ল'লো। নাও ঠেলি দিয়াৰ লগে লগে দ পানীত তলৰ ফালে গতি কৰিলে। ধৰ্মেশ্বৰ বৰুৱা এবেজাপেই পানীত নমাত যেনিবা ভৰ পাতলিল। নাও পুনৰ ঘাটত চপাই ঢাবি আনি বাইজে চৈ সাজিলে আৰু নৌকাযাত্ৰা আৰম্ভ হ'ল চাৰিমান বজাত।

নাৱত ধৰ্মেশ্বৰ বৰুৱা, চাৰিজন সুঠাম মিচিং ডেকা আৰু মই। সন্ধিয়ালৈ নাও ব্ৰহ্মপুত্ৰত পৰিলহি। পাৰে পাৰে মিচিংগাওঁ।

তেওঁলোকৰ সকলো আচাৰ-ৰীতি ধৰ্মেশ্বৰ বৰুৱাই ভালকৈ জানে। নাৱৰ চৈধন এনেদৰে বন্ধাইছিল যাতে গোঁসাই আছিছে বুলি ক'লে মানুহে বিশ্বাস কৰে। মোক ন-গড়মূৰ সত্ৰৰ ডেকা-অধিকাৰ বুলি পৰিচয় দিয়ে। মিচিং গাৱঁত দিনত বা ৰাতি খোৱা-বোৱাৰ কাৰণে য'তে নাও ৰাখিছো, ৰাইজে সকলোতে আদৰ-সম্ভাষণ জনাই সকলো যোগাৰ কৰি দিয়ে। নদীৰ পাৰত ঠাই চুককি, মচি দিয়ে ; কলপাত, খৰি যোগাৰ কৰি দিয়ে। কেউকাষে গাৱঁৰ ৰাইজ বহি চাই থাকে। মই খৰি জ্বলাব নাজানো। বৰুৱাৰ বুদ্ধিত এইবোৰ বিপদ কাটি যায়। লাহে লাহে দৰং জিলাত সোমালো। মিচিং গাওঁবিলাক এৰি আহিবলগীয়া হোৱাত বৰ বেজাৰ পাইছিলো। তেওঁলোকৰ আতিথ্য মোৰ জীৱনৰ এটি স্মৰণীয় অধ্যায় হৈ ৰ'ব। দুখ থাকিল,—গোঁসাই বুলি তেওঁলোকে প্ৰসাদ হিচাপে তেওঁলোকে 'মিঠৈ' বিচাৰিছিল, দিব নোৱাৰিলো। ধৰ্মেশ্বৰ বৰুৱাই তাৰ কৈফিয়ৎ দিছিল। এইদৰে চাৰিদিন চাৰিৰাতি নদীৰ বুকুত কটোৱাৰ পাচত পঞ্চমদিনা ৰাতি প্ৰায় ১১ বজাত তেজপুৰ ৰেলষ্টেচনৰ ওচৰৰ নদীৰ ঘাটত নাও লাগিল। ৰাতিটো নাৱতে কটাই পুৱা মহাদেৱ শৰ্মাৰ ঘৰত উঠিলো। নাৱৰীয়া ডেকাকেইজনক যথাসাধ্য শুশ্ৰূষা কৰি ধৰ্মেশ্বৰ বৰুৱাক বিদায় দিলো। শংকৰ বৰুৱাৰ বীৰত্বৰ নানা গল্প আৰু অলৌকিক কাহিনী মিচিং গাওঁবিলাকত শুনি তবধ মানিলো। গাওঁবোৰত তেখেতৰ অদ্ভুত জনপ্ৰিয়তা লক্ষ্য কৰিলো। তেওঁলোকৰ মনত শংকৰ বৰুৱা এজন অলৌকিক শক্তিধাৰী মহাপুৰুষ।

কেইদিনমানৰ পাচত সুবোধ হাজৰিকা কলিকতাৰ পৰা আহি তেজপুৰ পালেহি। শংকৰ বৰুৱাক পাই যি বুজিলো সকলো কোৱা হ'ল। এদিন আমি ধেনুখন্দা পৰ্বতৰ ঘাটেদি শিলঘাটলৈ আহি নগাওঁ পালোহি। পুৰণি গুদামৰ কলঙৰ সিপাৰে এক নিৰাপদ স্থানত বৰুৱাক আনি ৰখাৰ বিষয়ে সহকৰ্মীসকলৰ লগত আলোচনা কৰি ঠিক কৰা হ'ল। ডাঃ বৰুৱা আৰু কবিৰাজ শৰ্মাই চিকিৎসাৰ দায়িত্ব

ল'লে। গুৱাহাটীলৈ গৈ লক্ষ্যধৰ চৌধুৰী আৰু একেমতৰ আন কৰ্মীসকলক লগ ধৰি বৰুৱাক কলিকতালৈ পঠোৱাৰ বিষয়ে আলোচনা কৰা হ'ল। সুবোধ হাজৰিকাই সকলো খা-খবৰ জনাবলৈ গাত লৈ কলিকতালৈ গ'লগৈ। কলিকতাত তেতিয়া অৰুণা আছফ আলিয়ে সীমান্ত অঞ্চলৰ 'অগষ্টিয়াৰ' সকলক নেতৃত্ব দিছিল।

ইতিমধ্যে লোকপ্ৰিয় বৰদলৈ, বিষ্ণুৰাম মেধি, দেৱকান্ত বৰুৱাকে আদি কৰি ভালেসংখ্যক নেতৃস্থানীয় লোক জেলৰ পৰা মুকলি হৈ আহিছে। আমাৰ দলটো এটা নতুন পৰিস্থিতিৰ মাজত পৰিল। দেৱকান্ত বৰুৱাই প্ৰবীণ নেতাসকলক এইবুলি পতিয়ন নিয়ালে যে, গান্ধীজীয়ে সত্যাগ্ৰহীসকলক আত্মসমৰ্পণ কৰিবলৈ কোৱাৰ পাচত কোনো আত্মগোপনকাৰীকে প্ৰশ্ৰয় দিয়া উচিত নহয়। আমি হতাশ হ'লো। এদিন পুৱাতে গৈ শিলপুখুৰীৰ ঘৰত বৰদলৈ ডাঙৰীয়াক দেখা কৰিলো। তেখেতে বৰ মৰম-চেনেহ কৰি আগ্ৰহেৰে মোৰ বক্তব্য শুনিলে। জয়প্ৰকাশ নাৰায়ণ, অৰুণা আছফ আলিৰ নেতৃত্বত আমাৰ দলে যি সিদ্ধান্ত ল'লে, সেইবোৰো তেখেতে মন দি শুনিলে। শেষত ঠিক হ'ল, সেইদিনা গধূলি সাত বজাত নদীৰ পাৰৰ হৰেশ্বৰ গোস্বামীৰ ঘৰত দেৱকান্ত বৰুৱা, ত্যাগবীৰ হেম বৰুৱা আৰু তেখেত লগ হ'ব। তাত মই এই কথাখিনি ক'ব লাগিব। যথাসময়ত তেখেতসকলৰ আগত মই 'অগষ্টিয়াৰ' সকলৰ দৃষ্টিভঙ্গী আৰু সিদ্ধান্তৰ বিষয়ে ক'লো। মোৰ কথাৰ সাৰমৰ্ম হ'ল—"কৰেঙ্গে ইয়া মৰেঙ্গে" মন্ত্ৰত দীক্ষিত হৈ দেশ স্বাধীন নহয় মানে আন্দোলন কৰিবলৈ প্ৰতিজ্ঞা কৰিছিলো; দেশ এতিয়াও স্বাধীন হোৱা নাই। গতিকে, সত্যাগ্ৰহী হওঁ নহওঁ, কংগ্ৰেছী হওঁ নহওঁ, লক্ষ্য পূৰণ নোহোৱালৈকে আন্দোলন চলাই যোৱাটোৱেই আমাৰ সংকল্প। দেৱকান্ত বৰুৱাই সত্যাগ্ৰহীসকলৰ যুক্তি দিলে। শেষত বৰদলৈদেৱে মত দিলে যে, আমাৰ কথাত যুক্তি আছে। গতিকে যিসকলে আমাৰ লগত যাব নোখোজে নাযাব, কিন্তু আমাৰ কামত বাধা নিদিব। তেখেতৰ শেষৰ কথাকেইটা মোৰ

মনত আছে—"তোমালোকৰ লগত মই নিজে যাব নোৱাৰোঁ, মোৰ সেই বয়স নাই; তোমালোকৰ মতে তোমালোক আগবাঢ়া। ইয়াৰ প্ৰয়োজন হ'ব পাৰে। আনভাৱে পাৰিলে মই সহায় কৰিম।" আলোচনা শেষ, আমাৰ দলৰ বিপদ আঁতৰিল। এতিয়া শংকৰ বৰুৱাক নেতাহিচাপে লৈ আমি আমাৰ কামত আগবাঢ়িম।

কেইদিনমানৰ পাচত নগাওঁলৈ আহিলো। কোনদিনা শংকৰ বৰুৱা পায়হি তাৰ বাতৰি ল'বলৈ উদগ্ৰীৱ হৈ আছিলো। সহকৰ্মী-সকলে সকলো যোগাৰ ইতিমধ্যে কৰি পেলাইছে। কিন্তু সকলোকে হতাশ কৰি তিনিদিনীয়া অসমীয়া কাকতত বাতৰি ওলাল,—শংকৰ বৰুৱা নগাওঁ অভিমুখে গাড়ীত আহোঁতে মুমলীগড় দলঙত পুলিচে গ্ৰেপ্তাৰ কৰিলে…। লগে লগে বিয়াল্লিছৰ বিপ্লৱত শংকৰ বৰুৱাক অসমক 'অগষ্টিয়াৰ' সকলৰ নেতাহিচাপে পোৱাৰ আশাত চেঁচাপানী পৰিল।

গান্ধীজী প্ৰমুখ্যে নেতাসকলৰ মুক্তি হ'ল। ১৯৪৬ চনত জয়-প্ৰকাশ নাৰায়ণেও জেলৰ পৰা মুক্তি পালে। শংকৰ বৰুৱাও মুক্ত হ'ল। অসমৰ 'অগষ্টিয়াৰ'সকলে জয়প্ৰকাশ নাৰায়ণৰ নিৰ্দেশত 'কংগ্ৰেছ সমাজবাদী দল' গঠন কৰি শংকৰ বৰুৱাক অন্যতম নেতা হিচাপে লৈ নতুন অধ্যায়ৰ সূচনা কৰিলে।

***

# শংকৰচন্দ্ৰ বৰুৱা

—শ্ৰীনিবাৰণ বৰা

শংকৰ চন্দ্ৰ বৰুৱা ডাঙৰীয়া তেতিয়া ডেকা নহয়, বৃদ্ধও নহয়—অসম কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্য, অখিল ভাৰতীয় কংগ্ৰেছ কমিটিৰ সভ্য, গোলাঘাট জিলা কংগ্ৰেছৰ সভাপতি, '৪২-ৰ ফেৰাৰী আচামী, অসমত জয়প্ৰকাশ নাৰায়ণৰ সংগ্ৰাম সমিতিৰ লগত সংযোগ সৃষ্টি কৰি প্ৰতিৰোধ আন্দোলনক বছৰৰ পাচত বছৰ ধৰি চলাই যাব পৰা অদম্য শক্তিসম্পন্ন ব্যক্তি। এদল অনুপ্ৰাণিত বিশ্বাসী ডেকা কৰ্মী বৰুৱাই সৃষ্টি কৰিছিল কেৱল নিজৰ জিলাতে নহয়, অন্যান্য জিলাতো। বিদেশ নেদেখা অসমীয়া ডেকা বৰুৱা ১৯৪৫ চনলৈকে অসম বিধান সভাৰ সদস্য আছিল। কিন্তু ১৯৪৬ চনৰ নিৰ্বাচনত কংগ্ৰেছ দলে তেখেতক মনোনয়ন নিদিলে। তেতিয়াও তেখেত ফেৰাৰী আচামী। উজনি অসমত হোৱা '৪২ৰ আন্দোলনৰ একমাত্ৰ গুৰি বৰুৱা বুলি ক'লে ভুল কোৱা নহ'ব। 'ফেৰাৰ' অৱস্থাত চৰকাৰে তেখেতৰ গোলাঘাট চহৰৰ পঁজা ঘৰটোক ভাঙি লণ্ডভণ্ড কৰিয়ে এৰা নাছিল, চকী, মেজ, পালেং আদিও ভাঙি নষ্ট কৰিছিল। তেখেতৰ পৰিবাৰক ল'ৰাছোৱালীসহ ঘৰৰ পৰা বাহিৰ কৰি পঠিয়াইছিল। কোলাত কেচুৱা লৈ মানুহজনীয়ে আশ্ৰয় বিচাৰি ঘূৰি ফুৰিছিল। '৪২ আন্দোলনৰ পৰিসমাপ্তিত স্বাধীনতাৰ প্ৰাক্কালত বৰুৱা ঘৰলৈ ঘূৰি আহিছিল,—শূন্য ঘৰলৈ, হাউলি পৰা পঁজালৈ। গাঁৱৰ ভলন্টিয়াৰসকল আহি ঢোকা দি কোনোমতে ঘৰটো থিয় কৰি দিছিল। বাঁহৰ চটাঁলিৰে বেৰ বৈ, বাঁহৰ চঁচালিৰে চাং তৈয়াৰ কৰি পৰিয়ালটো কোনোমতে থাকিব পৰা কৰি তুলিছিল। চাউল-পাত যোগাৰ কৰি দিছিল। মানুহজনী ল'ৰা-ছোৱালী কেইটা লৈ আকৌ

এদিন ঘূৰি আহিছিল। এলুমিনিয়ামৰ বাচন-বৰ্তন আৰু চিচাৰ গিলাচ কেইটামান কিনি আনিছিল বৰুৱাই,—নিবন্ধে থাকি সহায় কৰা দুই-চাৰিজন চহৰীয়া ভদ্ৰলোকৰ সাহায্যত।

শংকৰ বৰুৱাই '৪২ৰ আন্দোলনৰ সময়ত গোলাঘাট মহকুমাৰ নাৰীসমাজক সশস্ত্ৰ হৈ থাকিবলৈ নিৰ্দেশ দিছিল। তেনে নিৰ্দেশ দিয়াৰ কাৰণো আছিল। অসম তেতিয়া দ্বিতীয় মহাযুদ্ধৰ ৰণাঙ্গনত পৰিণত হৈছিল। ছাউনীয়ে ছাউনীয়ে লাখ লাখ সৈন্য আৰু বিৰাট আকাৰৰ শ-শ লৰী-মটৰবোৰত যুদ্ধৰ আহিলা-পাতি সৰবৰাহ কৰা হৈছিল। এনে ধৰণে যোৱা শাৰী শাৰী কনভয়বোৰে পথাৰত ধান দাই থকা গাভৰুহঁতৰ লোভ এৰিব নোৱাৰি ছুঠাইত নে এঠাইত পথাৰতে গাভৰু কেইবাজনীকো বলাৎকাৰ কৰিলে। ৰাইজ পেপুৱা লাগিল। বৰুৱাই ঘটনাৰ মাজত সোমাই নাৰীসমাজক আত্মৰক্ষাৰ নিৰ্দেশ দিছিল। সেই কথা '৪২ৰ আন্দোলনৰ পাচত অসম কংগ্ৰেছে অখিল ভাৰতীয় কংগ্ৰেছ কমিটিলৈ দাখিল কৰা প্ৰতিবেদনত উল্লেখ কৰি বৰুৱাৰ ওপৰত দোষাৰোপ কৰিছিল। বৰুৱাই তাৰ প্ৰতিবাদ কৰিছিল আৰু গান্ধীজীৰ লগত আলোচনা কৰি দোষমুক্ত হোৱাৰ বাবে যুক্তি আগবঢ়াইছিল। বৰুৱাৰ যুক্তি গান্ধীজীয়ে সমৰ্থন কৰিছিল। পৰবৰ্তীকালত 'Advice to women'-ত গান্ধীজীয়ে এই কথা সন্নিবিষ্ট কৰিছে। এইজনেই আছিল শংকৰ চন্দ্ৰ বৰুৱা। অসমৰ ৰাজনীতিয়ে বৰুৱাক সন্মান নকৰিলে, কৰিব নাজানিলে। তেনেহলে বৰুৱাৰ ত্যাগ, পৰিয়ালৰ ত্যাগ এনেয়ে গ'ল নেকি? এই প্ৰশ্নৰ উত্তৰ দীঘলীয়া হ'ব। তাৰ আগতে বৰুৱাৰ বিষয়ে আৰু কিছু কথা কৈ ল'ব লাগিব।

১৯৪৮ চনৰ মাৰ্চ মাহত গৈছিলো কানপুৰলৈ—কংগ্ৰেছ চ'ছিয়েলিষ্ট পাৰ্টিৰ বছৰেকীয়া অধিবেশনলৈ। ঠিক বছৰেকীয়া অধিবেশন নহয়, পুনৰ গঠন সন্মিলন। '৪২ৰ আন্দোলনত যোগ দিয়া নতুন বাহিনীটোৰ সমাজবাদী দলত প্ৰৱেশ আৰম্ভ হৈছে ১৯৪৭ চনৰ

বছৰটোত। জয়প্ৰকাশ নাৰায়ণ, ৰামমনোহৰ লোহিয়া, অচ্যুৎ পট্টবৰ্ধন, অৰুণা আছফ আলি আহিছে কানপুৰলৈ। আহিছে দলৰ গুৰু আচাৰ্য নৰেন্দ্ৰদেৱ, শিৱনাথ বেনাৰ্জী, ৰামাৱন সিং আৰু নতুনকৈ অহা মুখিয়াসকলৰ ভিতৰত আছে সুৰেশ দেশাই, প্ৰতাপ চাহু।

ৰাজহুৱা সভাৰ দিনা জয়প্ৰকাশ নাৰায়ণে ভাষণ দিব। এখনকৈ মঞ্চ সজোৱা হৈছে, মঞ্চ অতিমাত্ৰাত শোভিত কৰা হৈছে। গীত আৰম্ভ হ'ল—"...হাতমে ঝাণ্ডা লাল উঠা, ঝুলুমকা নাম নিশা মিটা।" গীতৰ শেষত সকলোৱে নিতাল মাৰিছে। মঞ্চৰ সন্মুখত লাখ লাখ মানুহৰ সমাবেশ। কানপুৰৰ মিল, কাৰখানা ছুটী দিয়া হৈছে। স্বৰূপৰাণী পাৰ্কৰ বেৰ ভাঙি মানুহ সোমাই আহিছে। পকী দেৱাল ভাঙি পৰিছে। বাইজৰ মাজৰ পৰাই স্বতঃস্ফূৰ্তভাৱে জয়ধ্বনি দিয়া হৈছে—"চন '৪২ কা জিন্দা শ্বহীদ, হিন্দুস্থানকা লাল জয়প্ৰকাশ......" এ সময়ত এই উত্তেজনা মাৰ গ'ল। ধীৰে ধীৰে জয়প্ৰকাশ মঞ্চলৈ আগবাঢ়ি গৈ মাইক্ৰফোনটোৰ সন্মুখত থিয় হ'ল। অলপ সময় ৰ'ল। তাৰ পাচত আৰম্ভ কৰিলে আমাৰ বাবে সম্পূৰ্ণ অপ্ৰত্যাশিত সেই ভাষণ—"ভাইয়া, চালাম হ্যায়—উন শ্বহীদকো নাম জিনহোনে দেশকে আজাদীকে খাতিৰ আপনা জানকা কোৰবাণী দিয়া।" সোঁহাতখন তুলি অত্যন্ত বিনম্ৰভাৱে কপাললৈ আগবঢ়াই নি চালাম কৰিলে। পুনৰ আৰম্ভ কৰিলে—"ভাইয়ো, চালাম হ্যায় উন তিন সাথীয়োকো—জিনহোনে চন ৪২ কা বাগায়ত কো শুৰু কিয়া। চালাম হ্যায় সেনাপতি বাপট্‌কো, চালাম হ্যায় নানা চাহেব পাটিলকো, চালাম হ্যায় শংকৰ চন্দ্ৰ বৰুৱাকো।" সভা ভঙ্গৰ পাচত অসম কেম্পৰ তম্বুত সাংবাদিকৰ ভিৰ। বৰুৱা কানপুৰলৈ যোৱা নাই। বৰুৱাৰ সংক্ষিপ্ত জীৱনী লাগে। আমি সেই দাবী পুৰণ কৰিব পৰা নাছিলো। শংকৰ চন্দ্ৰ বৰুৱা আছিল সেইজনেই মানুহ। অসমৰ ৰাজনীতিৰ 'Who's who'-ত সেইজন মানুহৰ নাম যাতে সোমাব নোৱাৰে তাৰ বাবে তথাকথিত নেতাসকলে কম কুচকাৱাজ কৰা নাই।

বৰুৱাই সমাজবাদ বুজি পাইছিল নিৰ্ভুলভাৱে। কিন্তু পুথিগত সমাজবাদৰ কথাবোৰ বুজি পোৱাত আহুকাল অনুভৱ কৰিছিল। সেই বৰুৱাই কংগ্ৰেছ এৰিলে, সমাজবাদী দলত যোগ দিলে। যোগ দিলে আমাৰ দৰে ফুকনীয়া ল'ৰাৰ দলত। '৪২ৰ আন্দোলনৰ চাৰে তিনিবছৰীয়া ফেৰাৰ জীৱনৰ পিচতো সকৰাৰ সংগ্ৰামৰ বিৰতি ঘটা নাছিল।

১৯৪৭ চনৰ ডিচেম্বৰ মাহত জয়প্ৰকাশ নাৰায়ণ আহিছিল অসমলৈ। গোলাঘাটলৈয়ো গৈছিল, ৰাজহুৱা সভা হৈছিল। আছিল গোলাঘাটতে এনিশা। থকাৰ ব্যৱস্থা কৰিছিল্ বৰুৱাই—কোনোবা এজন সমৰ্থক উকীলৰ ঘৰত। গোলাঘাট এৰি যাবৰ সময়ত জয়প্ৰকাশ আচৰিত হৈছিল—বৰুৱাৰ চহৰলৈ আছিল অথচ বৰুৱাৰ ঘৰত আলহী নাৰাখিলেই আনকি এবাৰ নিনিলেও। যোৰহাটলৈ যাত্ৰা কৰাৰ পূৰ্বে সেয়ে জয়প্ৰকাশে বৰুৱাক কৈছিল—"বৰুৱা চাহেব, গোলাঘাট আয়া অউৰ আপকা ঘৰ নহী গয়ে।" বৰুৱাই স্বাভাৱিক হাঁহিটোৰে কৈছিল—"হমাৰা ঘৰ! ঠিক হ্যায়, যানেকো ৰথ্ত হোকে যায়েগা।" যোৱাৰ পথত বৰুৱাই গাড়ীখন ৰখাই জয়প্ৰকাশক আগবঢ়াই নিছিল ঘৰলৈ। দুৱৰটো হাওলাই সোমাই গৈছিল "'৪২ৰ জিন্দা শ্বহীদ"। আগ ঘৰটোত বাঁহৰ চাঙৰ বেঞ্চ দুখন আৰু এখন 'ইজি চেয়াৰ'—মিলিটেৰী অত্যাচাৰৰ অৱশিষ্ট। সেইখনতে বহিবলৈ দিলে বীৰপুৰুষক। বৰুৱা ভিতৰলৈ সোমাই গ'ল, পৰিবাৰ, ল'ৰা-ছোৱালী সকলোকে উলিয়াই আনিলে। মুখত সেই হাঁহিটো। ক'লে—"হামাৰা সম্পত্তি।"

বৰুৱাৰ ঘৰৰ পৰা ওলাই জয়প্ৰকাশ বিষণ্ণ হৈ পৰিছিল—এয়ে নেকি বৰুৱাৰ অৱস্থা। মনে মনে কোৱা নাছিল, প্ৰকাশ্যে কৈছিল ৰাজ্যিক দলৰ অতি স্বচ্ছল নেতা দুজনমানক। তাৰ পাচত জয়প্ৰকাশে নিজৰ ৰবীয়াকৈ বৰুৱালৈ হেজাৰ টকাকৈ দুবাৰ নে এবাৰ পঠিয়াইছিল। শপত দিছিল—ঘৰটো সজাবলৈ আৰম্ভ কৰক।

বস্তাহ-প্ৰমুহাত ল'ৰা-ছোৱালী, পৰিয়ালৰ কাহানিবা বিপদ হ'ব। সেই টকাৰেই এবৰুৱাই ঘৰটো আৰম্ভ কৰিছিল। পাচত বন্ধু-বান্ধৱেও অলপ সহায় কৰিছিল। সেই ঘৰটোত বৰুৱাৰ পৰিয়াল আজি থাকে। ছোৱালীৰ বিয়া হৈ গ'ল। ল'ৰাহঁতে চলিব পৰাকৈ চাকৰি কৰে। গোলাঘাটৰ দেৱৰাজ ৰয় কলেজে বৰুৱাক সন্মান জনাবলৈ কিবা কৰাৰ কথা এবাৰ শুনিছিলো।

১৯৪৭ চনৰ ডিচেম্বৰ মাহত জয়প্ৰকাশ নাৰায়ণ প্ৰভাৱতীসহ কলিকতাৰ পৰা অসমলৈ আহিছিল এখন 'ছাটাৰ্ড ডাকোটা'ত। তেতিয়াৰ গুৱাহাটীৰ বিমানবন্দৰত শাৰী পাতি বৈ আছিল অসম ৰাজ্যক তদৰ্থ কমিটিৰ নেতাসকল—হেম বৰুৱা, হৰেশ্বৰ গোস্বামী, দেৱ বৰুৱা, শংকৰ বৰুৱা। নেতাসকল প্ৰস্তুত হৈ আছে নামি অহাৰ লগে লগে মাল্যদানৰ বাবে। জয়প্ৰকাশ আগবাঢ়ি আহি আছে,—দৃষ্টি শংকৰ বৰুৱাৰ ওপৰত। দুই বাহু মেলি জয়প্ৰকাশে লৰি আহি সাৱটি ধৰিলেহি 'বৰুৱাজী' বুলি। সেই মুহূৰ্তৰ মিলনক কোনোবা এজনে কেমেৰাত ধৰি ৰাখিলে। সমাজবাদী দলৰ ৰাজ্যিক দপ্তৰত ফটোখনৰ এনলাৰ্জ কপি এটা বন্ধাই থোৱা আছিল। জানো, আজি আছে নে নাই!

এইজন মানুহৰ সংগ্ৰামৰ বিৰতি নাছিল। ১৯৪৮ চনৰ বোকা-পানীৰ দিনকেইটা পাৰ হৈ যোৱাৰ পাচত এদিন এখন তাঁৰবাৰ্ত্তা পালো বৰুৱাৰ পৰা। গোলাঘাটত ৰাজ্যিক কাৰ্যকৰী সমিতিৰ বৈঠক। প্ৰায়সকল লোকেই আহিছে। মই তেতিয়া বমুৱা সংগঠনৰ কামত টেটুলৈকে ব্যস্ত। সভা বহিল। বৰুৱাই সভাক জনালে—ফৰকাটিঙৰ পৰা কিছু দূৰত নগাপাহাৰৰ সীমান্তত ঘিলাধাৰী বাগিছাৰ সমীপৰ বাইজ ভূমিহীন। বাইজে ঘিলাধাৰী বাগিছাৰ মাটি আবেদন-নিবেদন কৰি নোপোৱাৰ বাবে বেদখলী আন্দোলন আৰম্ভ কৰিছে। দুদিন হ'ল। বৰুৱাই সমৰ্থন জনাই সোঁ-শৰীৰে তাত সক্ৰিয় অংশ গ্ৰহণ কৰিছে। সভাৰ আগদিনা

বৰুৱাক গ্ৰেপ্তাৰ কৰা হৈছিল। কিন্তু শই শই সত্যাগ্ৰহী ভূমিহীন কৃষক আহি মহকুমাধিপতিৰ বাসভৱনৰ সন্মুখত বহি পৰিকলত বৰুৱাক এৰি দিয়া হ'ল। সত্যাগ্ৰহীসকল আহিছিল ঘিলাধাৰীৰ পৰা ১৪ মাইল বাটকুৰি বাই। দলে সক্ৰিয়ভাৱে সমৰ্থন জনাই আন্দোলন কৃতকাৰ্য কৰি তুলিব লাগে।

দলৰ বাবে আন্দোলনৰ নতুন পটভূমি। আগশাৰীৰ নেতাসকলৰ হোঁহকা-পিচলা বহু নীতিগত কথা, বহু আলোচনা। সিদ্ধান্তত উপনীত হ'ব পৰা নাই। এনে সময়তে ঘিলাধাৰীৰ পৰা ৪০০তকৈও অধিক সত্যাগ্ৰহীয়ে ১৪ মাইলৰ ব্যৱধান নেওচি খৰখোজেৰে দুপৰীয়া ওলাইছেহি—দৰখাস্ত দিবৰ বাবে। মই বহুপৰ আলোচনাত অংশগ্ৰহণ কৰা নাছিলো। কিন্তু এই ঘটনাৰ পাচত মই কান্দিছিলো—দলৰ নেতাসকলৰ মনোভাৱত নহয়. ভূমিহীন অসহায় কৃষকসকলৰ কথা ভাবিহে। সিদ্ধান্ত হৈছিল—দলৰ ৰাজ্যিক কাৰ্যকৰী সমিতিৰ প্ৰতিজন সদস্যই ১৫ দিনকৈ সক্ৰিয়ভাৱে বেদখলী আন্দোলনক সৰজমিনত থাকি পৰিচালনা কৰিব। মই গৈছিলো সেই কৰ্ত্তব্য সম্পাদনৰ বাবে। আৰু গৈছিল—লক্ষধৰ চৌধুৰী. পৰমা গগৈ, ৰূপৰাম সুত। আচলতে সংগ্ৰাম পৰিচালনা কৰিছিল স্থানীয় নেতা শ্ৰীকমল বৰাই। মুখেৰে কথা ক'ব নজনা কিন্তু পদ্ধতি আৰু কৌশল অৱলম্বনত সিদ্ধহস্ত এইজন নেতা, কৃষক আন্দোলনত অকল মোৰেই নহয়, আমাৰ কেইবাজনৰো গুৰু। শ্ৰীকমল বৰা আজিও আছে সেই অঞ্চলতে।

খিলাধাৰীৰ মাটি ৰাইজে পট্টন পাবলৈ সমৰ্থ হৈছিল আৰু সেই ন-কৈ পতা গাৱঁৰ নাম হৈছিল 'চছিয়েলিষ্ট সত্যাগ্ৰহী গ্ৰাণ্ট গাওঁ'। ৰেভিনিউ ছিঠাত আজিও সেই নাম জিলিকি আছে—জিলিকি আছে সেই নামে ভোটাৰ তালিকাত, যদিও দলৰ 'নাম মোচ খাই গ'ল।

এনেবোৰ মানুহকেই কাগজে-পত্ৰই, কিতাপে-পুথিয়ে বিপ্লৱী আখ্যা দিয়া হয়। তেনে এজন মানুহ শংকৰ চন্দ্ৰ বৰুৱাক বৰ ওচৰৰ পৰা পাইছিলো।

প্ৰশ্নটো মই নিজেই কৰিছিলো—বৰুৱাৰ ইমান ত্যাগ, পৰিয়ালৰ ইমান ত্যাগ অথলে গ'ল নেকি? নাই যোৱা—দুখীয়া কৃষক তথা জনসাধাৰণৰ মাজত ই সংগ্ৰামৰ প্ৰতীক হৈ ৰ'ল।

খিলাধাৰীৰ সত্যাগ্ৰহৰ কথা ক'লে ভদ্ৰফুকনৰ কথাও ক'ব লাগিব। ভদ্ৰফুকনো '৪২ৰ ফেৰাৰী আচামী। বৰুৱাৰ সবাজুৰ আছিল। প্ৰাক্তন বিধায়ক সোনেশ্বৰ বৰা সেই সত্যাগ্ৰহৰে দান।

শংকৰ বৰুৱাই ভুল কৰিছিল নে নাই মই ক'ব নোৱাৰোঁ। মই সেই মানুহজনৰ ইমান গুণ দেখিছিলো যে ভুলবোৰ মোৰ চকুত ধৰা নপৰিল।

***

# কৰ্মযোগী শংকৰ বৰুৱা

—অযোধ্যাপ্ৰসাদ গোস্বামী

শংকৰ বৰুৱাৰ মৃত্যু হোৱা ভালেমান বছৰ হ'ল। কিন্তু তেওঁৰ স্মৃতিৰ বাবে একোকেই কৰা নহ'ল। তেওঁ নিজে অলপো আত্মপ্ৰচাৰ ভাল নেপাইছিল। গতিকে আমি কোৱা সত্বেও বৰুৱাই আত্মজীৱনী লিখাৰ বা লিখোৱাৰ কোনো চেষ্টা নকৰিলে। ১৯৪৩ চনলৈকে পলাতক জীৱনৰ নানান আলৈ-আহুকাল, নাজল-নাথল অৱস্থাৰে সংগ্ৰামী জীৱন যাপন কৰাৰ পাচতো মৃত্যু পৰ্যন্ত তেওঁ একেদৰেই সমাজৰ বিভিন্ন দিশৰ সংস্কাৰমূলক কামত লিপ্ত হৈ সুস্থিৰভাৱে জীৱন কটাবলৈ নোপোৱাৰ বাবেই শংকৰ বৰুৱাৰ সমগ্ৰ জীৱন আজি সাঁথৰত পৰিণত হৈ ৰ'ল।

শংকৰ বৰুৱা বিপ্লৱী, শংকৰ বৰুৱা সমাজবাদী, শংকৰ বৰুৱা সংগ্ৰামী, শঙ্কৰ বৰুৱা সমাজক সচেতন কৰি তোলা অগ্ৰগণী পুৰুষ। গোলাঘাট সাহিত্য সভা পুনৰ গঠন কৰোতে শঙ্কৰ বৰুৱা প্ৰথমজন সভ্য, গোলাঘাট কলেজ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত শংকৰ বৰুৱা প্ৰথমজন ব্যক্তি। শংকৰ জন্মোৎসৱ পতাত বৰুৱা প্ৰথমজন উদ্যোক্তা, কৃষক সত্যাগ্ৰহত প্ৰথম সত্যাগ্ৰহী, জয়প্ৰকাশ নাৰায়ণৰ ভূমিদান আন্দোলনত অসমৰ প্ৰথমজন জীৱনদানী, অসম শংকৰ সংঘৰ যোগে অসমত শংকৰী ধৰ্ম আৰু সংস্কাৰ সাধনত প্ৰথমজন পৃষ্ঠপোষক, অসমৰ খাদী গ্ৰামোদ্যোগ আন্দোলনৰ উদ্যোগী কৰ্মী, অসমৰ স্থাৱৰতা প্ৰাপ্ত সমবায় আন্দোলনৰ অগ্ৰগণ্য নেতা। অসমৰ পুথিভঁৰাল আন্দোলনত গাৱেঁ গাৱেঁ পুথিভঁৰাল স্থাপনৰ কামত উৎসাহ আৰু প্ৰেৰণা যোগাওঁতা আৰু মহিলাৰ দ্বাৰা গঠনমূলক কামত গাৱেঁ গাৱেঁ প্ৰেৰণা যোগাওঁতাও হ'ল শঙ্কৰ বৰুৱা। প্ৰাথমিক, জিলা পৰ্যায়ৰ পৰা

ব্যক্তিগত পর্যায়লৈকে সক্রিয় অংশ গ্ৰহণ কৰি সমাজবাদী আন্দোলনক দেশত ব্যাপকতৰ কৰি আগবঢ়াই নিওঁতা শংকৰ বৰুৱা, শংকৰ ৰাও দেওৰ ভূদান আন্দোলনৰ পদযাত্ৰাৰ সংগঠক শংকৰ বৰুৱা, অসম সমবায় চেনিকলৰ বাবে কুঁহিয়াৰ খেতি বৃদ্ধি কৰাত নেতৃত্ব লৈছিল শংকৰ বৰুৱাই। সৰুপথাৰৰ পৰা উৰিয়ামঘাটলৈ গাৱঁৰ ৰাইজৰ সহযোগত আলি বন্ধা কামৰ নেতৃত্ব লৈছিল শঙ্কৰ বৰুৱাই। গোলাঘাট নগৰত থাকি পঢ়াৰ সুবিধা নথকা ছাত্ৰ-ছাত্ৰীৰ অভিভাৱকবো অভিভাৱক, আশ্ৰয়ৰ স্থল আছিল শংকৰ বৰুৱা। এই সকলোবিলাক ভূমিকা শংকৰ বৰুৱাই গ্ৰহণ কৰিছিল স্বাধীনতাৰ পাচৰ সময়ছোৱাত মৃত্যু পৰ্যন্ত। ৰাজনৈতিক নিৰ্যাতিত সম্মিলনৰ সংগঠন, সৰ্বোদয় আন্দোলন আদিত তেওঁ ওতঃপ্ৰোতভাৱে জড়িত আছিল।

হাইস্কুলত নিম্ন শ্ৰেণীত পঢ়ি থাকোতেই শংকৰ বৰুৱাৰ পলাতক জীৱনৰ কাহিনী শুনিছিলো। সেয়া ১৯৪০-৪২ চনৰ স্বাধীনতা আন্দোলনৰ সময়ৰ কথা। উত্তৰ-পূব ভাৰতৰ আত্মগোপনকাৰী আন্দোলনৰ গুৰি ধৰিছিল শ্ৰীমতী অৰুণা আছফ আলিয়ে। শংকৰ বৰুৱা আছিল উজনি অসমৰ দায়িত্বত। তেওঁ সেই সময়ত পলাতক কংগ্ৰেছকৰ্মীৰ শিবিৰবিলাকত ধনু-কাঁড় ব্যৱহাৰৰ শিক্ষা দিছিল। পলাতক কৰ্মীৰ পৰিয়ালৰ লগত যোগাযোগ স্থাপনৰ দিহা-বুদ্ধি দিছিল। কংগ্ৰেছৰ ভাৰত-ত্যাগ আন্দোলনৰ ব্যাপক প্ৰচাৰৰ বাবে গাৱেঁ গাৱেঁ প্ৰচাৰ-পত্ৰ বিতৰণৰ গুৰি ধৰিছিল। শংকৰ বৰুৱাক ধৰি দিয়াজনক দহহেজাৰ টকা পুৰস্কাৰ দিয়া হ'ব বুলি বৃটিছ চৰকাৰে জাননী জাৰি কৰিছিল আৰু লগে লগেই শংকৰ বৰুৱাৰ চহীযুক্ত জাননী প্ৰচাৰ হৈছিল,—"শংকৰ বৰুৱাক ধৰিব পাৰিলে দহহেজাৰ টকা দিয়া হ'ব।—ইতি, শংকৰ বৰুৱা।"

কমাৰবন্ধাৰ শিয়ালেখাতী বামুনগাওঁ, বৰটিং নাওশলীয়া গাওঁ, মৰঙীৰ বুঢ়াগোহাঁইখাত, দগাওঁ, শেনচোৱা চিনাতলি গাওঁ, সৰুপথাৰৰ

গজকবৈ গাওঁ, ঘিলাধাৰী, আঠগাওঁ, দক্ষিণহেঙেৰা আদিত শংকৰ বৰুৱাৰ গুপ্তঘাটি আছিল। পলাতক অৱস্থাৰ আগতে তেওঁ এইবোৰত গান্ধীজীৰ ওঠৰ দফা গঠনমূলক কামৰ শিক্ষাৰ বাবে আশ্ৰম প্ৰতিষ্ঠা কৰিছিল। গোলাঘাটত শংকৰ বৰুৱাৰ বৰ্ত্তমান বাসস্থান থকা ঠাইডোখৰো কংগ্ৰেছ ভলন্টিয়াৰৰ মিলনক্ষেত্ৰ আছিল। এই ঠাইতে "ভোলা বৰুৱা" স্মৃতিস্তম্ভও আছে।

বুঢ়াগোহাঁইখাতৰ কেকাই সোনোৱাল, বুঢ়াহান্সে; সৰুপথাৰৰ কুশল কোঁৱৰ, কণকেশ্বৰ কোঁৱৰ, তুলসী শৰ্মা; ঘিলাধাৰীৰ ভদ্ৰ ফুকন, সুৰেন ফুকন; আঠগাৱঁৰ সোনাই চুতীয়া; কমাৰবন্ধা বামুন-গাৱঁৰ ধেনুৰাম শইকীয়া, শেনচোৱা চিনাতলি গাৱঁৰ বগাই শইকীয়া; গোলাঘাটৰ চান্দু খেৰীয়া, দেবেন দত্ত, গোলোক চন্দ্ৰ নাথ, দধি খাটনিয়াৰ, হৃষ্ণ শইকীয়া আদিৰ উপৰিও গোলাঘাট মহকুমাৰ বিভিন্ন মৌজাত বহুতো সহকৰ্মী যোদ্ধাক লৈ বৰুৱাই অহৰহ কাম কৰিছিল। তেওঁ গোলাঘাট মহকুমাৰ অন্তৰ্গত মিৰি গাওঁবিলাকতো নিজে গৈ থাকি স্বাধীনতা আন্দোলনৰ প্ৰচাৰকাৰ্য চলাইছিল। আৰু, বহুতো কৰ্মী মিৰিসমাজৰ পৰা উলিয়াইছিল। কমলা মিৰি সেই সময়ৰ অন্যতম আত্মত্যাগী বীৰ যোদ্ধা আছিল। স্বাধীনতা আন্দোলনত শংকৰ বৰুৱাৰ গোলাঘাটৰ সহযোগী আছিল দ্বাৰিকা গোস্বামী, মহেশ্বৰ বৰুৱা, তাৰাপ্ৰসাদ বৰুৱা, গজাধৰ বৰঠাকুৰ আদি। ধীৰেন দত্ত, খগেশ্বৰ তামুলী আদিও শংকৰ বৰুৱাৰ সহকৰ্মী আছিল। বৈকুণ্ঠ সিং শংকৰ বৰুৱাৰ পলাতক অৱস্থাৰ সহযোগী আছিল।

শংকৰ বৰুৱাই ল'ৰাকালতে মহাত্মা গান্ধীৰ অহিংস আন্দোলনৰ আহ্বানত পঢ়াশুনা সাং কৰি শিৱসাগৰৰ পৰা আহি যোৰহাটৰ কৃষ্ণ শৰ্মাৰ আশ্ৰয়ত থাকি কংগ্ৰেছ স্বেচ্ছাসেৱক হিচাপে কৰ্মময় জীৱনৰ পাতনি মেলে। তেওঁ যোৰহাটতে কৃষ্ণ শৰ্মা, ৰোহিনীকান্ত হাতী-বৰুৱা, কুলধৰ চলিহা প্ৰমুখ্যে নেতাসকলৰ লগত কংগ্ৰেছৰ সংগঠন-

কাৰ্যত ব্ৰতী হয়। পিচলৈ গোলাঘাটত কংগ্ৰেছৰ প্ৰচাৰকাৰ্য আৰু সংগঠনৰ দায়িত্ব পবাত তেওঁ গোলাঘাটলৈ আহে আৰু গোলাঘাটকেই কৰ্মভূমি হিচাপে বাছি লৈ ইয়াতেই শেষ নিশ্বাস পেলায়।

তেওঁ গোলাঘাটৰ পৰাই অসম বিধানসভালৈ নিৰ্বাচিত হৈছিল। তেওঁৰ যত্নতেই গোলাঘাটৰ ক'লাজ্বৰ হস্পিতেলখন স্থাপন কৰা হয়। এ সময়ত গোলাঘাট মহকুমা ক'লাজ্বৰৰ লীলাভূমি আছিল। এই হস্পিতেল হোৱাৰ পাচৰে পৰা গোলাঘাটবাসী ক'লাজ্বৰৰ কবলৰ পৰা ৰক্ষা পৰে। এটা কিংবদন্তী প্ৰচলিত আছিল—"দেহা গোলাঘটীয়া" গোলাঘটীয়া বাইজক এই বেমাৰে বৰকৈ পীড়া কৰিছিল বাবেই এই বিশেষণ লাভ কৰিছিল। এতিয়া ই সাধুকথাত পৰিণত হোৱাৰ মূলতে শংকৰ বৰুৱাৰ প্ৰচেষ্টাত স্থাপিত হোৱা ক'লাজ্বৰ হস্পিতেল। তেওঁৰ প্ৰস্তাৱমতেই কংগ্ৰেছ চৰকাৰে কৃষকক আঠ অনাকৈ খাজনা মাফ কৰি দিছিল।

শংকৰ বৰুৱা ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনলৈকে কংগ্ৰেছত আছিল। ১৯৪২ চনৰ গণ-আন্দোলনৰ পলাতক সংগঠক আচাৰ্য নৰেন্দ্ৰদেৱ, জয়প্ৰকাশ নাৰায়ণ, ৰামমনোহৰ লোহিয়া, অচ্যুত পট-বৰ্দ্ধন আদিৰ সহযোগত গঠিত কংগ্ৰেছ চ'ছিয়েলিষ্ট দলত অসমৰ যি-কেইজন ব্যক্তিয়ে যোগ দিছিল, শংকৰ বৰুৱা সেই সকলৰ ভিতৰত অন্যতম আছিল। তেওঁ ৰাজ্যিক পাৰ্টিৰ সভাপতি পদৰ উপৰিও ভালেমান দায়িত্বপূৰ্ণ পদত থাকি শেষলৈকে এই দলৰ হকে কাম কৰিছিল। ১৯৫২, ১৯৫৭ আৰু ১৯৬২ চনৰ নিৰ্বাচনত তেওঁ চ'ছিয়েলিষ্ট দলৰ প্ৰাৰ্থী হিচাপে প্ৰতিদ্বন্দ্বিতা কৰিছিল আৰু ৰাজ্য-খনত চ'ছিয়েলিষ্ট দলৰ নিৰ্বাচনী প্ৰচাৰৰ গুৰি ধৰিছিল। প্ৰতিটো নিৰ্বাচনতে তেওঁ হাৰিছিল যদিও পূৰ্ণ উদ্যমেৰে পুনৰ দলৰ সংগঠনত আত্মনিয়োগ কৰিছিল আৰু সহকৰ্মীসকলক প্ৰেৰণা যোগাইছিল।

ভাৰতত কংগ্ৰেছ দলে কাহানিবা সমাজবাদ প্ৰতিষ্ঠা কৰিব

পাৰিব এই কথা তেওঁ কেতিয়াও বিশ্বাস নকৰিছিল। সেইদৰেই, জৱাহৰলাল নেহৰুৰ সমাজবাদৰ ধ্বনিক সস্তীয়া জনপ্ৰিয়তাৰ খাতিৰত দিয়া অন্তঃসাৰশূন্য ধ্বনি বুলিয়েই তেওঁ অভিহিত কৰিছিল। তদুপৰি তেওঁ কৈছিল,—এনে দিন আহিব যিদিনা নেহৰুৰ নেতৃত্বৰ প্ৰকৃত ছবিখন জনসাধাৰণে বুজি পাব আৰু সেইদিনাই ভাৰতৰ জনসাধাৰণে যেৰব পৰা তেওঁৰ প্ৰতিকৃতি আঁতৰাই পেলাব। আচৰিত কথা যে সেইদিন আৰম্ভ হৈছেই। নেহৰুৱে পাঁচবছৰীয়া পৰিকল্পনাৰ অন্তৰ্গত আমেৰিকাৰ আহিৰে সমূহীয়া উন্নয়ন খণ্ড স্থাপন কৰি ভাৰতৰ গাওঁ-বিলাকৰ উন্নয়নৰ বাবে লোৱা পৰিকল্পনাৰ তেওঁ বিৰোধী আছিল। তেওঁ কৈছিল যে এই ব্যৱস্থা এদিন ব্যৰ্থ হ'ব। কেন্দ্ৰীয় চৰকাৰৰ অপৰ্যাপ্ত টকা গাওঁ উন্নয়নৰ নামত খৰচ হ'ব কিন্তু গাওঁবাসীৰ সমস্যা কাহানিও এই আঁচনিৰ দ্বাৰা সমাধান নহ'ব, বৰং বৃদ্ধিহে হ'ব। তেওঁ স্বয়ংশাসিত নিকায় স্থাপন কৰি গাওঁবাসীৰ উন্নতিকল্পে দিয়া মহাত্মা গান্ধীৰ আঁচনিৰ সমৰ্থক আছিল। সেইদৰেই গাওঁবাসীৰ অৰ্থনৈতিক উন্নয়নৰ বাবেও গাৱঁলীয়া সমবায়সমূহ স্ব-প্ৰণোদিতভাৱে গঠিত হোৱা আৰু চৰকাৰ, আমোলা আৰু দলীয় ৰাজনীতিৰ প্ৰভাৱমুক্তভাৱে গঢ়ি তোলাৰ তেওঁ পক্ষপাতী আছিল। চৰকাৰে সমিতিবিলাক পঞ্জীভুক্ত কৰা আৰু আৱশ্যকীয় সা-সুবিধাৰ ব্যৱস্থা কৰাৰ বাহিৰে কোনো প্ৰকাৰৰ নিয়ন্ত্ৰণ ৰখাটো তেওঁ সমৰ্থন কৰা নাছিল। সেইদৰে গাৱঁলীয়া পঞ্চায়তবিলাকো নিজস্ব অনুষ্ঠান হিচাপে গাওঁবাসীয়ে যাতে গ্ৰহণ কৰিব পাৰে তাৰ বাবে সকলো ৰকমৰ চৰকাৰী নিয়ন্ত্ৰণ আৰু দলীয় ৰাজনীতিৰ নিয়ন্ত্ৰণমুক্ত স্বয়ংসম্পূৰ্ণ নিকায় হিচাপে গঢ়ি তোলাত তেওঁ গুৰুত্ব দিছিল।

শংকৰ বৰুৱাৰ সহকৰ্মী হিচাপে ১৯৪৭ চনৰ পৰা ১৯৬৫ চনলৈকে কাম কৰাৰ অভিজ্ঞতাৰ পৰা ক'ব লাগিব, শংকৰ বৰুৱা এজন বাস্তৱ-বাদী আৰু সমাজৰ ভৱিষ্যতদ্ৰষ্টা মহান পুৰুষ আছিল। তেওঁ

ভৱিষ্যতৰ ভাৰতৰ সমাজখন এক শ্ৰেণীহীন, বৰ্ণহীন, শোষণহীন সমাজবাদী সমাজ হিচাপে গঢ়ি তোলাত তেওঁ গুৰুত্ব দিছিল। এই মহান উপলব্ধিৰে তেওঁ পৰিচালিত হৈছিল। তেওঁ ভাৰতৰ কমিউনিষ্টসকলক অশেষ শ্ৰদ্ধা কৰিছিল কিন্তু তেওঁ কমিউনিষ্ট নাছিল।

তেওঁৰ সমগ্ৰ কৰ্মময় জীৱনত বহুতো লোকক ৰাজনৈতিক চেতনা দিলে। তেওঁৰ পৰা শিক্ষা আহৰণ কৰি বহুতো লোক নেতা হ'ল, কৰ্মী হ'ল, সমাজৰ এজন হৈ উঠিল আৰু সেই সকলৰ বহুতেই তেওঁক প্ৰবঞ্চনাও কৰি গ'ল। কিন্তু তেওঁ কোনো অৱস্থাতে বিচলিত হোৱা নাছিল আৰু কাৰো অহিত চিন্তা কৰা নাছিল।

স্বাধীনতা আন্দোলনৰ প্ৰচাৰ আৰু সংগঠনৰ কামত লাগি থকাৰ সময়ত তেওঁ বহুতো দেশপ্ৰেমমূলক গীত শিকিছিল। তাৰে 'স্বৰাজ সঙ্গীত' নামৰ এটা সংকলন 'পকেট এডিচন' হিচাপে প্ৰকাশ কৰি উলিয়াইছিল। আমি ছাত্ৰ-কংগ্ৰেছৰ স্বেচ্ছাসেৱক থাকোতে গোৱা তেওঁ ৰচনা কৰা গীতৰ মনত থকা কেইফাকিমান তুলি দিয়া হ'ল।

(১) সৌ যে উৰিছে স্বৰাজ নিচান,
উন্নত শিৰে হোৱা আগুৱান।

(২) ব'ল ব'ল ব'ল ব'ল
ফুলাই বুকু উচ্চ শিৰ।......

(৩) আঠ অনাকৈ খাজনা মাফ
দিছিল কোনে,
জানি ল'বা ভালদৰে
কংগ্ৰেছেইহে।

কংগ্ৰেছৰ ওঠৰ দফা গঠনমূলক কৰ্মসূচীৰ ভিতৰত মাদকদ্ৰব্য নিবাৰণ অন্যতম আছিল। উজনি অসমত কানিৰ প্ৰচলনৰ বিৰুদ্ধে কানি মহলত পিকেটিং কৰাকে ধৰি কানি বৰবিহ নিৰ্মূলৰ আন্দোলনৰ গুৰি ধৰিছিল শংকৰ বৰুৱাই। কানিৰ অপকাৰিতাৰ বিষয়ে কেতবোৰ গীত ৰচনা কৰি তেওঁ কংগ্ৰেছৰ স্বেচ্ছাসেৱক সকলৰ যোগেদি প্ৰচাৰ কৰাইছিল। এইবিলাক গীত পুৰণি কোনো কংগ্ৰেছ স্বেচ্ছাসেৱকৰ মুখত শুনিবলৈ পোৱা যাব পাৰে। এইবিলাক গীত ছপা হোৱা নাছিল।

শংকৰ বৰুৱা সম্পৰ্কে বহুতো কাহিনী, বিশেষকৈ পলাতক জীৱনৰ—যোৰহাট আৰু গোলাঘাটৰ বয়োবৃদ্ধ কংগ্ৰেছী লোকৰ পৰা এতিয়াও জানিবৰ থল আছে।

***

# কৰ্মবীৰ শংকৰচন্দ্ৰ বৰুৱা

—৺যদুনাথ শইকীয়া

ভাৰতৰ স্বাধীনতা সংগ্ৰামত যিসকল লোকে বীৰত্বৰে আৰু দুৰ্দমনীয় সাহসেৰে আগৰণুৱা হৈ, সাম্ৰাজ্যবাদী ইংৰাজ চৰকাৰৰ বিৰুদ্ধে অহৰহ সংগ্ৰাম কৰিছিল—সেই সকলৰ ভিতৰত শংকৰ চন্দ্ৰ বৰুৱা অন্যতম।

বৰুৱাৰ জন্ম যদিও শিৱসাগৰত, কিন্তু তেখেতে জীৱনৰ কৰ্মথলী কৰি ললে গোলাঘাটত। অনুমান, ১৯২২ চনত বৰুৱা গোলাঘাটলৈ আহি মহাত্মা গান্ধীৰ সবৰমতি আশ্ৰমৰ আৰ্হিত কালিয়নীৰ বুঢ়া-গোহাঁইৰ খাটত শঙ্কৰ আশ্ৰম প্ৰতিষ্ঠা কৰে। অচিৰেই এই আশ্ৰম হৈ পৰিল মুক্তি যুজাঁৰুসকলৰ কেন্দ্ৰবিন্দু। বৰুৱাৰ লগত যোগ দিলে বুঢ়াগোহাঁই খাটৰ কেশৱ সোনোৱাল, শেনচোৱাৰ কনক দাস, উমা দাস, কুৰালগুৰিৰ দীৰেন দত্ত, বৰুৱাগাৱঁৰ ভোলা বৰুৱা (মাষ্টৰ) আদি বহুতে। বৰুৱাৰ নেতৃত্বত এই সকল মুক্তি যুজাঁৰুৱে দিনে-ৰাতিয়ে বহু কষ্ট স্বীকাৰ কৰি স্বাধীনতা সংগ্ৰাম আৰু কংগ্ৰেছৰ সংগঠন গঢ়ি তোলাত অহোপুৰুষাৰ্থ কৰিবলৈ ধৰিলে।

আনহাতে সমগ্ৰ ভাৰততে পুনৰ এক সংগ্ৰামৰ কাৰণে প্ৰস্তুতি চলিবলৈ ধৰিলে। শংকৰ বৰুৱা আৰু তেওঁৰ সহযোগীসকলে এই সংগ্ৰামৰ প্ৰস্তুতি শক্তিশালী কৰিবৰ উদ্দেশ্যে শংকৰ আশ্ৰম ভাঙি দি গোলাঘাটত জিলা কংগ্ৰেছৰ এটা অফিচ ১৯১৮ চনত প্ৰতিষ্ঠা কৰে। তেতিয়াই ১৯২৮-২৯ চনত শঙ্কৰ বৰুৱা আৰু ভোলা বৰুৱা—এই দুজনাই স্থানীয় ছাত্ৰসকলৰ লগত ঘনিষ্ঠতা গঢ়ি তোলে। আৰু, সেইকালৰ ছাত্ৰসকলৰ অধিকাংশকে শংকৰ বৰুৱাই জাতীয় প্ৰেমত উদ্বুদ্ধ কৰি জাতীয় আন্দোলনলৈ টানি নিবলৈ সমৰ্থ হয়। সেই

ছাত্ৰসকলৰ ভিতৰত এই লেখকো আছিল। এক কথাত ক'বলৈ গ'লে, এই লেখককে ধৰি গোলাঘাটত মৃত আৰু জীৱিত অনেক ৰাজনৈতিক কৰ্মীৰ শংকৰ বৰুৱা ৰাজনৈতিক গুৰু বুলিলেও বেছি কোৱা নহয়।

১৯৩০-৩২ চনত ভাৰতৰ জাতীয় কংগ্ৰেছ পূৰ্ণ স্বাধীনতা দাবী কৰি আইন অমান্য আন্দোলন আৰম্ভ কৰে আৰু এই আন্দোলনৰ প্ৰবল সোঁতত ইংৰাজ সাম্ৰাজ্যৰ ভেটি কঁপি উঠে। গোলাঘাটত শংকৰ বৰুৱাৰ আহ্বানত আৰু সাংগঠনিক কৃতিত্বৰ ফলত গোলাঘাটৰ বিভিন্ন অঞ্চলৰ শ শ ডেকা-গাভৰু আৰু আবাল-বৃদ্ধ-বণিতাই আইন অমান্য আৰু পিকেটিং আন্দোলনত যোগদান কৰি কাৰাবৰণ কৰে। আনকি পুলিচৰ মাৰ খাই বহুতো ঘুণীয়াও হৈছিল। শেষত এই আইন অমান্য আন্দোলনে স্বৰাজ্য আনিব নোৱাৰিলেও সমগ্ৰ ভাৰতৰ মানুহৰ স্বাধীনতাৰ স্পৃহা আৰু ৰাজনৈতিক চেতনা শতগুণ বঢ়াই সংগঠন গঢ়ি তোলাত আৰু দুগুণ উৎসাহেৰে আন্দোলন কৰাৰ দৃঢ়তা আনি দিলে। এই সময়ত শংকৰ বৰুৱাই দহমাহ কাৰাবৰণ কৰি ওলাই আহি কংগ্ৰেছৰ সাংগঠনিক কামত দেহ-মন দি লাগি যায়।

গোলাঘাট কংগ্ৰেছ আৰু শংকৰ বৰুৱা একীভূত হৈ পৰিল। বৰুৱা মানেই গোলাঘাট কংগ্ৰেছ আৰু গোলাঘাট কংগ্ৰেছ মানেই শংকৰ বৰুৱা। বৰুৱা সেই কালৰ যেন কংগ্ৰেছ আৰু কংগ্ৰেছী আন্দোলনৰ প্ৰতীক। স্বাধীনতা আন্দোলনৰ শেষ স্তৰলৈকে শংকৰ বৰুৱাই নেতৃত্ব প্ৰদান কৰিছিল।

১৯৩৭ চনত বৰুৱা অসম বিধানসভালৈ নিৰ্বাচিত হৈছিল। তেওঁ এম. এল. এ. হৈ আজিকালিৰ দৰে সুবিধাবাদী এম. এল. এ. হোৱা নাছিল। এম. এল. এ. হৈ বৰুৱাই স্বাধীনতা সংগ্ৰাম শক্তিশালী কৰাতহে মনোযোগ দিছিল।

১৯৪২ চনৰ বিপ্লৱী আন্দোলন বৰুৱাই সাহসেৰে পৰিচালনা কৰিছিল। .সেই কাৰণেই বহুতেই তেওঁক "৪২ৰ বিপ্লৱী" বুলিও

আখ্যা দিছিল। '৪২ৰ বিপ্লৱৰ আত্মঘাতী কামবোৰৰ ভিতৰত বহুতো বৰুৱাই সংগঠিত কৰিছিল। সৰুপথাৰৰ ৰেল বগৰাই দিয়া কামটোও সংগঠন কৰিছিল শংকৰ বৰুৱাই। সেইসকলৰ এজন তিলক হৰা বৰ্ত্তমান বোকাখাতত শিক্ষকতা কৰি আছে। দুজন ডেকাক ৰেল লাইনৰ কজা খুলিবলৈ বৰুৱাই পঠিয়াই দিয়ে। তেওঁলোকে কামটো কৰি অন্তৰ্দ্ধান হয়। বৰুৱাই কিন্তু ৰেল বাগৰি পৰা আৱাজ শুনিবৰ কাৰণে দেওপানী বাগানৰ মালিক সুৰেন্দ্ৰনাথ বৰুৱৰ পাৰ্টিকত বহি আছিল.। যেতিয়া গিৰিং কৰি ৰেল বাগৰি পৰাৰ শব্দ বৰুৱাৰ কাণত পৰিল, তেওঁ তৎক্ষণাৎ তাৰপৰা অন্তৰ্দ্ধান হৈ কোনোবাখিনি পালেগৈ কিন্তু এই ঘটনাৰ লগত বৰুৱা জড়িত বুলি পুলিচে সূত্ৰ উলিয়াব নোৱাৰিলে।

বৰুৱা এজন প্ৰথম শাৰীৰ স্বাধীনতা যুঁজৰ সেনাপতিয়ে নহয়— গোলাঘাটৰ বিভিন্ন অঞ্চলৰ গঠনমূলক কাম কাজতো নিজকে জড়িত কৰি ৰাখিছিল। তাৰে এটা নিদৰ্শন হ'ল গোলাঘাটৰ দেৱৰাজ ৰয় কলেজ প্ৰতিষ্ঠা। বৰুৱাৰ সাহস আৰু বাইজৰ ওপৰত থকা বিশ্বাসৰ বাবেই ১৯৪৯ চনত গোলাঘাট কলেজ (পিচলৈ দেৱৰাজ ৰয় কলেজ) প্ৰতিষ্ঠা সম্ভৱ হৈছিল।

১৯৪৯ চনত কলেজ প্ৰতিষ্ঠা কৰিবলৈ আয়োজন কৰোতে গোলাঘাটৰ নেতৃস্থানীয় এাংশ লোকে কলেজ প্ৰতিষ্ঠাৰ বিৰোধিতা কৰিবলৈ ধৰে। শেষত এখন সভাত তেওঁলোকে এই চৰ্ত দিয়ে যে, যদি এ সপ্তাহৰ ভিতৰতে দহহেজাৰ টকা সংগ্ৰহ কৰিব পাৰে তেন্তে সেই বছৰতে কলেজ আৰম্ভ কৰিব পৰা হ'ব। বৰুৱাই বুকু ডাঠি ক'লে—"মই সাত দিনৰ ভিতৰত দহ হেজাৰ টকা তুলি দিম।" বিৰোধী পক্ষই আশা কৰিছিল যে বৰুৱাই তেনেদৰে সংগ্ৰহ কৰিব নোৱাৰিব। পিচে বৰুৱাই নিৰ্দ্ধাৰিত সময়তে দহহেজাৰ টকা তুলি দি বিৰোধীসকলৰ মুখৰ মাত বন্ধ কৰি দিয়ে। ফলত সেই বছৰতে অৰ্থাৎ ১৯৪৯ চনতে গোলাঘাট কলেজ প্ৰতিষ্ঠা কৰা হয়। পিচত

দেৱবাজ বৰুৱা পৰিয়ালে এক লাখ টকাৰ দান আগবঢ়োৱাত কলেজৰ নাম "দেৱবাজ বৰুৱা কলেজ" কৰা হয়।

অকল কলেজ প্ৰতিষ্ঠাই নহয়, বকৰাই কিছুদিনলৈ কলেজৰ প্ৰতিটো সংকট মুহূৰ্ত্তত সহায় কৰি আছিল। তাৰে এটা উদাহৰণ দাঙি ধৰিছো,—এবাৰ অধ্যাপকসকলক দৰমহা দিবলৈ কলেজৰ পুঁজিত একেবাৰে টকা শূন্য। মই ডঃ দাসক (প্ৰমোদাভিৰাম দাস) কলো। মই কলেজৰ যুটীয়া সম্পাদক আছিলো। ডঃ দাসে অৰ্থ সংগ্ৰহ কৰিবলৈ যাবলৈ তেতিয়া সময় নাই বুলি ক'লে। উপায়ান্তৰ হৈ মই বকৰাৰ ওচৰ চাপিলো। তেখেতে মোক ততালিকে এখন টেক্সি বিচাৰি আনিবলৈ ক'লে। মই গাড়ি এখন যোগাৰ কৰিলো। বকৰাই ড্ৰাইভাৰক ক'লে—"ব'লা দেৰগাঁৱলৈ।" আমি গৈ দেৰগাঁৱৰ ব্ৰহ্মপুত্ৰ মিলত উপস্থিত হ'লো। বকৰাই মিলৰ মালিকক ক'লে— "আলমাৰীটো খুলি আমাৰ কলেজলৈ এহেজাৰ টকা দান দিয়ক।" যেনে আদেশ, তেনে কাম। মিলৰ মালিকে কোনো হোঁহকা পিচলা নকৰি ততালিকে এহেজাৰ টকা উলিয়াই দিলে। বছিদ কাটি মই এহেজাৰ টকা জেপত ভৰালো। পিচত সেই টকাৰেই দৰমহা দি কলেজৰ সাময়িক সংকট পাৰ কৰি দিলো।

বকৰাই আজীৱন দেশসেৱা কৰি ১৯৩৬ চনৰ নবেম্বৰ মাহত পৰলোক গমন কৰে। বকৰাৰ জীৱিতকালত দেশ আৰু দহৰ বাহিৰে অন্য চিন্তা নাছিল। নিজৰ জীৱনৰ সুখ-সুবিধা বা সম্পত্তি আহৰণৰ কোনো চেষ্টাই কৰা নাছিল। প্ৰকৃত দেশসেৱক বা দেশপ্ৰেমিক বুলিলে আমি যি বুজোঁ, বকৰা তেনে এজন পুৰুষেই আছিল।

[প্ৰবন্ধটো ১৯৭৩ চনত দেৱবাজ বৰুৱা কলেজৰ ৰূপালী জয়ন্তীত প্ৰকাশিত "ৰূপালী জয়ন্তী অভিজ্ঞান"ৰ পৰা তুলি দিয়া হৈছে।]

***

# মুক্তি যুঁজাৰু শংকৰচন্দ্ৰ বৰুৱা

—টঙ্কেশ্বৰ বৰা

মুক্তিযুঁজৰ সৈনিক শংকৰ চন্দ্ৰ বৰুৱা এজন নিৰ্ভীক, আধ্যাত্মিক শক্তিত বলীয়ান পাকৈত সংগঠক আছিল। মহাত্মাজীৰ দ্বাৰা প্ৰচাৰিত একাদশ মহাব্ৰত আৰু ১৮ দফা গঠনমূলক কাৰ্যসূচী তেখেতে সম্পূৰ্ণ বিশ্বাস কৰিছিল। গান্ধীবাদত তেখেতৰ অটল বিশ্বাস আছিল। গান্ধীদৰ্শনৰ মূল নীতিবোৰ তেখেতে ৰাইজৰ মাজত প্ৰচাৰ কৰি স্বদেশপ্ৰেমৰ ভাব আৰু দৃঢ় আত্মবিশ্বাস জগাই তুলিব পাৰিছিল।

শংকৰ চন্দ্ৰ বৰুৱাৰ জন্ম হয় ১৮১৭ শকৰ ভাদ মাহৰ ৬ তাৰিখে। তেখেতৰ পিতৃ আছিল কমল চন্দ্ৰ বৰুৱা আৰু মাতৃ সৰ্বেশ্বৰী বৰুৱা। ১৯১৯ চনত বৰুৱাদেৱে পঢ়াজীৱন শেষ কৰি চাকৰি লয়। ১৯২০ চনত চাকৰি এৰি যোৰহাট জিলা কংগ্ৰেছ কাৰ্যালয়ত কাম কৰে। ১৯২১ চনত অসহযোগ আন্দোলনত শিৱসাগৰত শোভাযাত্ৰা কৰোঁতে গ্ৰেপ্তাৰ হয় আৰু ছমাহ সশ্ৰম কাৰাদণ্ড হয়। ১৯২২ চনত পণ্ডিত মদন মোহন মালব্যজী অসমলৈ আহোঁতে তেখেতৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰখাৰ কাৰণে বৰুৱাক গ্ৰেপ্তাৰ কৰে আৰু সশ্ৰম কাৰাদণ্ড দিয়ে। গান্ধীজীৰ আদৰ্শেৰে গঠনমূলক কাম কৰিবৰ কাৰণে তেখেতে বুঢ়াগোহাঁই খাত আৰু বকতিয়ালত তিনিখন সেবাশ্ৰম প্ৰতিষ্ঠা কৰে। যোৰহাট, শিৱসাগৰ, উত্তৰ লক্ষীমপুৰ, ডিব্ৰুগড় আৰু গোলাঘাট মহকুমাত তেখেতে এনে বহুতো সেৱাশ্ৰম প্ৰতিষ্ঠা কৰিছিল। ১৯২৪ চনত বৰুৱাদেৱ গোলাঘাট জিলা কংগ্ৰেছৰ সম্পাদক হয়। ১৯২৫ চনত মৌখোৱা মৌজাত স্থাপন কৰা সেৱাশ্ৰমৰ মুখ্য কৰ্মী কেহোঁৰাম হাজৰিকাক কোনো দুৰ্বৃত্তই হত্যা কৰাত বৰুৱাই ২৮ দিনীয়া অনশন

সম্পন্ন কৰে। ইয়াৰ পাচত পাটনাত বহা কংগ্ৰেছত যোগ দিয়ে আৰু সবৰমতি আশ্ৰমত তিনিমাহ থাকে।

১৯২৬ চনত তেখেত বহুতদিন গুৱাহাটীত থাকি পাণ্ডুকংগ্ৰেছ সাফল্যমণ্ডিত কৰি তোলে। ১৯২৭ চনৰ পৰা ১৯২৯ চনলৈকে তেখেতে প্ৰতিষ্ঠা কৰা আশ্ৰমৰ কৰ্মীসকলক প্ৰশিক্ষণ দিয়ে। ১৯২৯ চনৰ শেষভাগৰ পৰা আইন অমান্য আন্দোলন গোলাঘাটত পৰিচালনা কৰে। ১৯৩০ চনত লৰ্ড আৰউইনক ক'লাপতাকা প্ৰদৰ্শন কৰা কাৰ্যত তেখেতে নেতৃত্ব লৈছিল। ১৯৩১ চনত বকৰাদেৱে কৰাচী কংগ্ৰেছত যোগ দিয়ে। ১৯৩৬ চনত তেখেতে গোলাঘাট নগৰৰ সমীপস্থ দগাৱঁৰ শ্ৰীমতী অন্নপ্ৰভা বকৰাক বিয়া কৰায়। ১৯৩৭ চনৰ নিৰ্বাচনত জয়ী হৈ তেখেত ১৯৪৫ চনলৈকে এম. এল. এ. হৈ থাকে। ১৯৩৮ চনত গোলাঘাটত ক'লাজ্বৰ নিবাৰণী কমিটি গঠন কৰে।

১৯৪২ চনৰ গণবিপ্লৱত তেখেতে সমগ্ৰ অসমতে নেতৃত্ব দিছিল। ১৯৪৫ চনৰ ডিচেম্বৰত তেখেত ধৰা পৰে আৰু চাৰিমাহ মাত্ৰ জেলত থকাৰ পাচতে ১৯৪৬ চনত গঠিত হোৱা কংগ্ৰেছ মন্ত্ৰীসভাই তেখেতক মুক্ত কৰি দিয়ে। ১৯৪৬ চনত তেখেত গোলাঘাট জিলা কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হয়। ১৯৪৮ চনত নাছিক কংগ্ৰেছলৈ যায় আৰু তাতে তেখেত কংগ্ৰেছ সমাজবাদী দলত ভৰ্তি হয় আৰু গোটেই অসমতে এই দল গঠন কৰে। ১৯৪৯ চনত গোলাঘাট কলেজ প্ৰতিষ্ঠা কৰাত তেখেতে বিশেষ ভূমিকা গ্ৰহণ কৰে। ১৯৫০ চনত ঘিলাধাৰী সত্যাগ্ৰহত নেতৃত্ব দিয়ে। ১৯৫৩ চনত আচাৰ্য্য জে. বি. কৃপালনীৰ নেতৃত্বত গঠিত হোৱা "প্ৰজা চ'ছিয়েলিষ্ট" দলত তেখেত ভৰ্তি হয়। ১৯৫৫ চনত তেখেতে গয়াত বহা সৰ্বোদয় অধিবেশনত যোগ দিয়ে আৰু জীৱনদানী কৰ্মী হয়। ১৯৫৭ চনৰ পৰা তেখেতে অসম চৰকাৰৰ সমবায় আন্দোলনত আগভাগ লয়। ১৯৬২ চনত তেখেত খাদী গ্ৰামোদ্যোগ কমিটিৰ সদস্য নিৰ্বাচিত হয়। এই কমিটিৰ সভা এখনত যোগ দিবলৈ যাওঁতে ১৯৬৩ চনত বিমান দুৰ্ঘটনাত তেখেতৰ

ভৰি এখন বেয়াকৈ ভাগে। ১৯৬৬ চনৰ ১৮ নবেম্বৰত ৭১ বছৰ বয়সত বৰুৱাদেৱে ইহসংসাৰৰ পৰা বিদায় লয়।

১৯৩৫ চনত যোৰহাট মহকুমাৰ ঢেঁকীয়াখোৱা গাৱঁত অসম ৰাষ্ট্ৰীয় সন্মিলন বহিছিল। বৰুৱাদেৱ সঘনে ঢেঁকীয়াখোৱালৈ আহি এই সন্মিলন কৃতকাৰ্য হোৱাত সহায় কৰিছিল। অসম নিৰ্যাতিত কৰ্মী সন্মিলনৰ তেখেত সভাপতি আছিল। শশীধৰ মলিয়া বৰুৱা, মহেশ্বৰ কটকী, ধীৰেন দত্ত আদি কৰ্মীসকলৰ অশেষ চেষ্টাৰ ফলত এই সন্মিলন সফল হৈ উঠিছিল।

১৯৩৭ চনত সাধাৰণ নিৰ্বাচন হ'ল। প্ৰদেশ কংগ্ৰেছে গোলাঘাট মহকুমাত তেখেতক মনোনয়ন দিলে। তেখেতৰ প্ৰতিদ্বন্দ্বী প্ৰাৰ্থী মহেন্দ্ৰনাথ গোহাঁইক বিপুল ভোটাধিক্যত পৰাজিত কৰি তেখেত জয়ী হ'ল। এম. এল. এ. হিচাপে তেখেতে পাৰ্যমানে বাইজৰ সেৱাত আত্মনিয়োগ কৰিছিল। ১৯৩৯ চনত গোলাঘাট নগৰত অসম ৰাষ্ট্ৰীয় সন্মিলন হয়। এই সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ তেখেত প্ৰধান সম্পাদক আছিল। এই সন্মিলন পতাৰ ফলত গোলাঘাটত কংগ্ৰেছৰ সংগঠন দুগুণ বাঢ়ি গ'ল।

১৯৪২ চনৰ গণ-বিপ্লৱৰ কাৰণে গোটেই অসমতে প্ৰস্তুতি চলোৱা পোন্ধৰজন নেতাৰ ভিতৰত তেখেত এজন। বিপ্লৱৰ কাৰণে দেশজুৰি প্ৰস্তুতি হ'ল। ৯ আগষ্টত বিখ্যাত ভাৰত-ত্যাগ প্ৰস্তাৱ বোম্বে চহৰত গৃহীত হ'ল। সমগ্ৰ দেশত ধৰ-পাকৰ চলিল। প্ৰতিবাদত দেশ-জুৰি হৰতাল, শোভাযাত্ৰা, পিকেটিং আদি হ'ল। হেজাৰ হেজাৰ স্বেচ্ছাসেৱক জেলত সোমাল। বহুত বিপ্লৱীক গুলিয়াই মৰা হ'ল। কেইজনমানক ফাঁচীকাঠত ওলোমোৱা হ'ল।

কেইদিনমানৰ ভিতৰতে সমগ্ৰ অসমৰ নেতৃস্থানীয় লোক আৰু গাৱঁৰ মুখিয়াল লোকসকলক বুটিছ চৰকাৰে গ্ৰেপ্তাৰ কৰি জেলত থলে। বাইজৰ মাজত সংগঠনটো জীয়াই ৰাখিবৰ কাৰণে আৰু

আন্দোলনটো। দীৰ্ঘদীৰ্ঘি কৰিবৰ কাৰণে কংগ্ৰেছৰ বামপন্থী নেতাসকলে পুলিচৰ হাতত ধৰা নিদি আত্মগোপন কৰি থকাটোকে স্থিৰ কৰিলে।

বামপন্থী নেতা জয়প্ৰকাশ নাৰায়ণ, অশোক মেহতা, ৰামমনোহৰ লোহিয়া, ৰামনন্দন মিশ্ৰ, আচাৰ্য নৰেন্দ্ৰদেৱ, অৰুণা আছফ আলি আদিয়ে গোপনে থাকি আন্দোলন চলাই থাকিল। বৃটিছৰ সাম্ৰাজ্য-বাদী শাসনত অতীষ্ঠ হৈ উঠা ভাৰতৰ মুক্তিকামী জনতাই ভাৰত-মাতাক দাসত্বৰ পৰা মুকলি কৰিবলৈ সকলো উপায় অৱলম্বন কৰিবলৈ স্থিৰ কৰিলে। অসম কংগ্ৰেছৰ বামপন্থী নেতা শংকৰচন্দ্ৰ বৰুৱা, ব্ৰজ শৰ্মা, বিষ্ণু ৰাভা, লক্ষ্যধৰ চৌধুৰী, লক্ষ্মীপ্ৰসাদ গোস্বামী, ভদ্ৰনাথ ফুকন, মহেন্দ্ৰ হাজৰিকা আদি নেতাসকলে আত্মগোপন কৰি আন্দোলন চলাই থাকিল।

আত্মগোপন কৰি থকা উজনি অসমৰ কৰ্মীসকলে মাজুলীৰ গড়মূৰ সত্ৰত ১৯৪৩ চনৰ মাৰ্চ মাহত একত্ৰিত হৈ 'উজনি অসম কংগ্ৰেছ' নামৰ এটি অনুষ্ঠান গঠন কৰিলে। সভাপতি পাতিলে শ্ৰীশ্ৰীপীতাম্বৰ দেৱগোস্বামীক। উপ-সভাপতি নিৰ্বাচন কৰিলে শংকৰ চন্দ্ৰ বৰুৱাক। এই সভা হৈ যোৱা এসপ্তাহৰ পাচত সত্ৰাধিকাৰ, ডেকা সত্ৰাধিকাৰকে ধৰি গড়মূৰ সত্ৰৰ আঠজন লোকক পুলিচে গ্ৰেপ্তাৰ কৰি যোৰহাট জেলত আটক কৰি ৰাখিলে। তেতিয়া উপ-সভাপতি শংকৰ চন্দ্ৰ বৰুৱা সভাপতি নিৰ্বাচিত হ'ল।

নগাওঁ, শিৱসাগৰ আৰু লক্ষীমপুৰ জিলাত এক মজবুত সংগঠন গঢ়ি উঠিল। শংকৰ বৰুৱাই কলিকতাৰ পৰা শদিয়ালৈকে গোপনে ভ্ৰমণ কৰিছিল। তেখেতে প্ৰায় চাৰিবছৰ (১৯৪৫ চনৰ ডিচেম্বৰ মাহত মুমলীগড়ত গ্ৰেপ্তাৰ হোৱা সময়লৈকে) পলাতক কৰ্মী হিচাপে থাকি জনতাক নেতৃত্ব দিছিল।

ৰেলৰ লাইন উঠোৱা, চোৰাংচোৱা পুলিচক সশস্ত্ৰ আক্ৰমণ কৰা, দলিকোনো উপায়েৰে মিলিটেৰীৰ যোগান বন্ধ কৰা আদি কামত হিংসাৰ পথ অৱলম্বন কৰা হৈছে বুলি কাৰাগাৰত থকা নেতাসকলে

শংকৰ বৰুৱাক যোগাযোগ কৰি চিঠি দিছিল। তেতিয়া তেখেতে সকলো কথা মহাত্মাজীলৈ লিখি মানুহ পঠিয়ায়। আত্মগোপন কৰি থকা ভাৰতৰ নেতাসকলে বৰুৱাৰ নীতি-পদ্ধতি ভালকৈ বুজি পাইছিল। অৰুণা আচফ আলিয়ে তেখেতক লগ ধৰি আলোচনা কৰি গৈছিলহি।

উজনি অসম কংগ্ৰেছৰ প্ৰচাৰ-পত্ৰবোৰ সম্পূৰ্ণ বৈপ্লবিক আছিল। তাৰ ভাব-ভাষাই বাইজৰ মন আকৰ্ষণ কৰিছিল। কেইবাখনো প্ৰচাৰ পুস্তিকাৰ নাম আছিল এনে ধৰণৰ,—"চক্ৰবেহ", "মজিয়াত ফেটীগোঁম", "দেশৰ শত্ৰু কোন" আদি।

চাৰ খাহুলা চাহাবৰ মুখ্যমন্ত্ৰিত্বত গোটেই অসমতে 'জাতীয় যুদ্ধ সংঘ'ৰ এক মজবুত সংগঠন গঢ়ি উঠিছিল। এদল পৰাধীন হৈ থাকিবলৈ ইচ্ছা কৰা লোকে এই সংঘৰ যোগে চৰকাৰক সহায় কৰিছিল। ইতিমধ্যে জাপানী সৈন্য আগবাঢ়ি আহি মোককচাং পৰ্যন্ত পাইছিলহি। চৰকাৰে অসমত হেজাৰ-বিজাৰ মিলিটেৰী ৰাখিছিল। গাওঁবিলাকত মিলিটেৰীয়ে পাশৱিক অত্যাচাৰ কৰিছিল। নিমখ, কেৰাচিন আদিৰ অভাৱ হ'ল আৰু ভেজাল বস্তুৰে দেশ ভৰি পৰিল। অত্যাৱশ্যকীয় সামগ্ৰীৰ চোৰাং ব্যৱসায় চলিল।

এই মহাসমৰৰ সময়ৰ পৰাই অসমীয়া লোকৰ জাতীয় চৰিত্ৰৰ অধঃপতন হ'ল। প্ৰায়বোৰ লোকেই দুৰ্নীতি আৰু চোৰাং কাৰবাৰ শিকিলে। টকাৰ লালসাত পৰি মানুহে হিতাহিত জ্ঞান হেৰুৱাই পেলালে। দয়া-মমতা নাইকিয়া হৈ পৰিল। এনে দুৰ্যোগৰ সময়তে শংকৰ বৰুৱাৰ নেতৃত্বত গাৱেঁ গাৱেঁ পহৰা দিয়া কাম শান্তিবাহিনীৰ লোকে কৰিছিল আৰু উবাবাতৰিৰ দ্বাৰা মিছা প্ৰচাৰৰ পৰা ৰাইজক নিৰ্ভৰ দি ৰাখিছিল। আত্মৰক্ষাৰ কাৰণে ডেকাসকলক ধনুকাঁড়ৰ শিক্ষা দিয়া হৈছিল আৰু মহিলাসকলক আত্মৰক্ষাৰ বাবে একোখনকৈ ডেগাৰ ৰাখিবলৈ দিয়া হৈছিল। বৃটিছৰ সাম্ৰাজ্যবাদী সমৰত অসহযোগ কৰি অহিংসভাৱে সত্যাগ্ৰহ আৰু অনশন ধৰ্মঘট কৰি

ভাৰতমাতাক মুক্ত কৰাই আছিল মুক্তিবাহিনীৰ কাম। চৰকাৰী যন্ত্রটো অচল কৰি দিয়াই মৃত্যুবাহিনীৰ একমাত্র লক্ষ্য।

আত্মগোপন কৰি থকা কালছোৱাত বৰুৱাই গোটেই অসমতে খোজকাঢ়ি ফুৰিছিল। অৰুণা আছফ আলি, ৰাম মনোহৰ লোহিয়া, জয়প্রকাশ নাৰায়ণ আদি নেতাসকলক অতি কৌশলেৰে লগ ধৰিছিল। বহুত ঠাইত বৰুবাদেৱে নাৰীবেশত ভ্রমণ কৰিছিল। বিয়াত আইসকলৰ লগত মুগাৰ মেখেলা, কপাহী চাদৰ পৰিধান কৰি বহি থাকে। পুলিচে চিনিব নোৱাৰে। গোলাঘাট মহকুমাৰ কর্মীয়ে গাৱঁলীয়া বাটেদি আনি তিতাবৰত থয়হি। তিতাবৰৰ পৰা আমি পথাৰৰ মাজে মাজে, গাৱঁৰ চুবুৰীৰ মাজে মাজে কৰঙ্গা বৰুৱাগাৱঁলৈ আনো। কিছুদিনৰ পাচত ছাতীচুলি ফেচুৱাল হৈ পীড়াকটা নেপাম ভৰলুৱা গাওঁ পোৱাওঁগৈ। লগত ৪।৫ জনতকৈ বেচি কৰ্মী যোৱা নহয়। তাতেই গোটেই যোৰহাট মহকুমাৰ পলাতক কৰ্মীসকলৰ সভা বহে। সভা ৰাতি হয় এক গাম্ভীর্যপূর্ণ পৰিবেশত। চাৰিও-ফালৰ ৰাস্তাবিলাকত ছুইচেল লৈ শান্তিসেনাই পহৰা দি থাকে। তেখেত ইখন-সিখন গাৱঁলৈ যোৱা কাম ৰাতি হয় আৰু সভাবোৰো ৰাতি হয়। তেখেত থকা গাৱঁৰ পৰা আধামাইলৰ মূৰে মূৰে পহৰীয়া থাকে।

পীড়াকটাত থাকোতে তেখেত শনিৰাম দোলাকাষৰীয়াৰ ঘৰতে বেছি সময় আছিল। দিনত ফটা চোলা চুৰিয়া পিন্ধি মূৰত জাপি লৈ মুগা চোমনিত মুগা ৰখি থাকে। কাষৰ ৰাস্তাইদি পুলিচ আহিলে তেখেতক চিনিব নোৱাৰে। পীড়াকটাৰ পৰা শিৱসাগৰ মহকুমাৰ আমগুৰি থানাৰ কাষতে থকা মহেন্দ্র হাজৰিকাৰ ঘৰত বৰুৱাক থওঁগৈ। তাতেই শিৱসাগৰৰ কৰ্মীসকলক লগ ধৰে অতি গোপনে। আমগুৰি পুলিচ থানালৈ মাত্র চাৰিশ গজ মানহে হ'ব। গতিকে অতি সতর্ক-ভাৱে কৰ্মীসকলক লগ ধৰিব লাগে।

ইফালে চাৰ খাহুল্লা চাহাবে ঘোষণা কৰিলে—শংকৰ বৰুৱা, মহেন্দ্র

হাজৰিকা ( নগাওঁ ) আৰু লক্ষীপ্ৰসাদ গোস্বামীক ধৰি দিব পাৰিলে দহহেজাৰকৈ টকা পুৰস্কাৰ দিয়া হ'ব। শিৱসাগৰ ভ্ৰমণৰ পাচত ভেখেতক আনি জাঁজী নৈ পাৰ কৰি হাঁইচবাত কথা হয়। তাত কেইদিনমান থকাৰ পাচত তাৰ কৰ্মীয়ে আনি চাওখাটত থয়হি। আমাৰ ঘৰত কিছুদিন থাকে আৰু টীয়ক, হোলোঙাপাৰ, হাতীগড় মৌজাৰ কৰ্মীসকলক লগ ধৰে। আমাৰ ঘৰৰ পৰা বৰখেলিয়া গাৱঁৰ সোনাৰাম দত্তৰ ঘৰত থাওঁগৈ আৰু তাৰপৰা চাৰিগাৱঁৰ বংশীদত্তৰ ঘৰ পায়গৈ। এনেকৈয়ে বকৰাই চাৰি বছৰৰ ভিতৰত তিনিবাৰ উজনি অসমত ঘূৰিলে।

এদিনৰ কথা। টীয়ক ছুলীয়াগাৱঁত ভেখেত আছে। মৃত্যু-বাহিনীৰ ডেকা এজনে সন্ধ্যা খবৰ দিলেহি যে টীয়ক থানাৰ ইন্‌চাৰ্জ হেম ৰাজখোৱাই ১২ জন চিপাহী লৈ সশস্ত্ৰভাৱে গাৱঁৰফালে আহিছে। আমি সকলোৱে ফান্দত পৰিলোঁ বুলি ভাবিলোঁ। বকৰাই এক মিনিটো সময় নষ্ট নকৰি ক'লে—"বলা যাওঁ চাওখাটলৈ।" সেই ঘৰৰ পিছফালেৰে বাঁহনিৰ মাজেদি ওলালো। লগত সাৰথি শ্ৰীমান মহুৰা শইকীয়া, কাকজান নৈ পাৰ হৈ বনগাৱঁৰ গোলোক ভূঞাৰ ঘৰ পালোহি। তাতে ভাতৰ যোগাৰ হ'ল। ভাত খাবলৈ বহিছোহে মাত্ৰ খবৰ আহিল যে, যোৰহাট মহকুমাৰ ইনচাৰ্জ আৰু পুলিচ ছজনমানে গাওঁবুঢ়াৰ ঘৰত হাঁহমাৰি ভোজ খোৱাৰ যোগাৰ কৰিছে। তাত বেছি সময় নকৰি আমাৰ ঘৰলৈকে যাবলৈ ঠিক কৰা হ'ল। ভাত খাই, পথাৰেদি আহি আমাৰ গাওঁ তিনিকুৰীয়া পালোহি। চোতালত মোৰ মাত শুনি আয়ে দুৱাৰ মেলি দিলে। ভাত খোৱা হ'লনে নাই, আলহী ক'ৰ সুধিলে। ভৰি হাত ধুবলৈ পানী আৰু গামোচা দিলে। বকৰাই ভৰি-হাত ধুবলৈ যাওঁতেই বোধহয় নাঙল, এছাৰি আৰু গৰুহাল নিৰীক্ষণ কৰি আহিল। ৰাতি সাৰ পাই চোতালত বুট জোতাৰ শব্দ শুনিলো। এতিয়া কি কৰোঁ? বকৰাক ৰাতিবলৈও ভয় লাগিল। ভাবি-চিন্তি থাকোতেই ৰাতি পুৱাই

আছিল। পুলিচে কাম আৰম্ভ কৰিলে। টঙ্ক ৰবাৰ ঘৰ সেইটো হয় নে নহয় সুধিলে। ঘৰ খানাতালাচ কৰিলে। আলহীজন ক'লৈ গ'ল তাকো সুধিলে। কিছুমান কাগজ বহী লৈ এসময়ত পুলিচবাহিনী গুচি গ'ল।

মোৰ চিন্তা লাগিল এককাৰ কাৰণে। বকৰা ক'লৈ গ'ল? মোৰ ককাইদেৱে বিচাৰ-খোচাৰ কৰি অলপ পাচত খবৰ দিলেহি যে আলহীজন হাটজানৰ পুখুৰীৰ পাৰতে বৈ আছে, কানি-কাপোৰ, টালি-টোপোলা লৈ তালৈকে মাতিছে। চাহ-জলপান আৰু কাপোৰ-কানি লৈ তালৈকে গ'লো। ৰাতি পুলিচৰ জোতাৰ শব্দত যেতিয়া মোৰ চিন্তা হৈছিল, বকৰাই তেতিয়াই কৰ্ত্তব্য স্থিৰ কৰিছিল। অলপ অলপ পোহৰ হওঁতেই বকৰাই ফটা চোলা, ফটা চুৰিয়া পিন্ধি, মূৰত জাপি আৰু হাতত এছাবি লৈ গোহালিত সোমাল আৰু গৰুহাল খেদি কান্ধত নাঙলটো লৈ পথাৰৰ ফালে খোজ ল'লে। ঘৰবেৰা দি থকা চিপাহীবোৰে তৰ্কিবই নোৱাৰিলে।

বকৰাই গা-ধুই চাহ-জলপান খালে। কাপোৰ সলালে। ফটা কপোৰ আৰু জগ-বাতিবোৰ ল'বা এটাৰ হাতত পঠিয়াই দি হুয়ো গৈ বৰখেলীয়া গাওঁ পালোগৈ। পুলিচৰ চকুত ধূলি মাৰি এনেকৈয়ে গাওঁ আৰু নগৰত বকৰাই ভ্ৰমণ কৰা অসংখ্য কাহিনী আছে।

ইতিমধ্যে মহাত্মা গান্ধীৰ পৰিবাৰ কস্তুৰবা গান্ধীৰ মৃত্যু হোৱাত দেশৰ নানা ঠাইত কস্তুৰবা আশ্ৰম প্ৰতিষ্ঠা হ'বলৈ ধৰিলে। বকৰাইও গঠনমূলক কাম ব্যাপকভাৱে কৰিবৰ কাৰণে উজনি অসমৰ ঠায়ে ঠায়ে কস্তুৰবা আশ্ৰম প্ৰতিষ্ঠা কৰিলে। এই আশ্ৰমবোৰত হোৱা নানা গঠনমূলক কামৰ যোগেদি কৰ্মীসকলৰ মনত উৎসাহ-উদ্দীপনা বৃদ্ধি পাইছিল। যোৰহাট মহকুমাৰ ভিতৰত কৰঙা, বৰবাস চুংগী, কলাখোৱা, টীয়ক, বজাবাৰী আদি কেইবাঠাইতো সেৱাশ্ৰম গঢ়ি উঠিল। এই আশ্ৰমবোৰত সূতাকটা, তাঁতবোৱা, তেলপেৰা আদি কামৰ শিক্ষা দিয়া হৈছিল।

শংকৰচন্দ্ৰ বৰুৱাদেৱে প্ৰকাশ কৰা "স্বৰাজ সঙ্গীত" নামৰ পুথিখন স্বাধীনতা সংগ্ৰামৰ ইতিহাসৰ এটি অাপুৰুগীয়া সম্পদ। বিভিন্ন সময়ৰ আন্দোলনত হোৱা শোভাযাত্ৰাসমূহত এই আবেগ আৰু উত্তেজনাপূৰ্ণ গীতবোৰ গাই বিপ্লৱীসকলে মাৰ্চ্চ কৰি যায়। "Do or Die" জয় কিম্বা মৃত্যু,—ভাৰতমাতাক মুক্ত কৰিম অথবা মৃত্যু-বৰণ কৰিম—এনে দৃঢ় সংকল্প লৈ, আগে আগে জাতীয় পতাকাৰে সুশোভিত হৈ, স্বৰাজৰ গীত গাই বিপ্লৱীদলে শোভাযাত্ৰাত অংশ-গ্ৰহণ কৰে।

বুকুৰাই চিন্তাশীল আঁচনিৰে উজনি অসমত আন্দোলন সফল কৰি তুলিলে। সেয়েহে আজি মস্তক অৱনত কৰি সেইজন অমৰ বীৰপুৰুষৰ পুণ্যাত্মাৰ প্ৰতি ভক্তিৰ অৰ্ঘ্য যাঁচিলো।

***

# শংকৰচন্দ্ৰ বৰুৱাৰ স্মৰণত

—৺সৰ্বেশ্বৰ বৰদলৈ

১৯২৯ চনত গোলাঘাটত অসম সাহিত্য সভা, অসম মহিলা সমিতি আৰু অসম ছাত্ৰ সম্মিলনৰ বাৰ্ষিক অধিবেশন হৈছিল। মোৰ দদাইদেউ প্ৰেমধৰ বৰুৱাৰ সৈতে মই যোৰহাটৰ পকামুৰাৰ পৰা খোজকাঢ়ি গৈ গাৱঁৰ মানুহৰ ঘৰত থাকি এই সভাকেইখন চাইছিলোঁ। তেতিয়া মই ইংৰাজী স্কুলৰ ৬ষ্ঠ মানৰ ছাত্ৰ।

এই সভাকেইখনৰ অঙ্গ হিচাপে পুৰুষ আৰু মহিলাৰ স্বেচ্ছাসেৱক বাহিনী গঠন কৰা হৈছিল। এই স্বেচ্ছাসেৱকসকলে মূৰত গান্ধীটুপী পিন্ধিছিল। আৰু, মাজে মাজে সভাৰ বাহিৰে-ভিতৰে দেশমূলক গীত পৰিবেশন কৰিছিল। এখন প্ৰদৰ্শনীও হৈছিল আৰু তাত সূতাকটা প্ৰদৰ্শনীৰ ব্যৱস্থা কৰা হৈছিল। এই তিনিওখন সভাৰ বাহিৰে-ভিতৰে স্বাধীনতা আন্দোলন আৰু স্বদেশীভাৱ তীব্ৰভাৱে প্ৰতিফলিত হৈছিল।

মই প্ৰদৰ্শনী চাই ঘূৰি ফুৰিছোঁ। এনেতে শুনিবলৈ পালো”— “সৌ যে উৰিছে স্বৰাজ নিচান, উন্নত শিৰে হোৱা আগুৱান”। সেই গীত শুনি সেইফালে আগবাঢ়ি গৈ দেখোঁ যে আঁঠুৰ মূৰত ডাঠ খদ্দৰৰ চুৰীয়া এখন, খৰা পাঞ্জাবী এটা আৰু মূৰত গান্ধীটুপী পিন্ধা এজন ডেকাই সেই গীত লগাই দিছে আৰু সেই একে পোছাক পিন্ধা ভালেমান পুৰুষ-মহিলাই সমস্বৰে গাইছে। মোৰ মনত এই গীত আৰু দৃশ্যই গভীৰ ৰেখাপাত কৰিলে। মানুহক সুধি গম পালোঁ যে, সেই গীত লগাই দিয়াজনেই হ’ল শংকৰ চন্দ্ৰ বৰুৱা। প্ৰথম দৰ্শনতে তেখেতৰ প্ৰতি মোৰ অন্তৰত শ্ৰদ্ধাৰ ভাব জাগিল।

১৯৩০ চনৰ নৱেম্বৰ মাহত মই জেলৰ পৰা অহাৰ পাচত ১৫/২০

জনমান ভলণ্টিয়াৰ লগত লৈ যোৰহাট আৰু গোলাঘাটৰ গাওঁ-বিলাকত কংগ্ৰেছৰ প্ৰচাৰ কৰি ফুৰোঁতে মেয়ো তেখেতৰ দলত যোগ দিছিলোঁ, মই বয়সত সকলোতকৈ সৰু আৰু লাজকুৰীয়া আছিলো। সেইবাবে তেখেতে মোক চাপৰি বজাবলৈ আৰু গান গাবলৈ শিকাইছিল। স্বাধীনতা লাভৰ কাৰণে কিমান ত্যাগ স্বীকাৰ কৰিব লাগিব সেই কথা আমাক তেখেত বুজাই দিছিল।

১৯৩১ চনৰ জানুৱাৰী মাহত যোৰহাটৰ খেলপথাৰত ভাৰতৰ বৰলাট লৰ্ড আৰউইনৰ অভ্যৰ্থনাৰ চাহমেলত ক'লা পতাকা প্ৰদৰ্শন কৰি "আৰ্ডনেন্স আৰউইন গ' বেক" বুলি বিক্ষোভ প্ৰদৰ্শন কৰিবলৈ যোৱা সমদল যাত্ৰাৰ আগশাৰীত আছিল শ্ৰীদেবেশ্বৰ শৰ্মা আৰু শংকৰ চন্দ্ৰ বৰুৱা। সেইদিনা জীৱন্ত অথবা নিঘূণী অৱস্থাত কোনো উলটি আহিব বুলি ভাবিব পৰা নাছিলোঁ। সেইবাবেই আগতীয়াকৈ চিকিৎসা শিবিৰৰ ব্যৱস্থা কৰি যোৱা হৈছিল।

১৯৩৪ চনত মোৰ দেউতাই মোৰ বিয়াৰ বন্দৱস্ত কৰি তাৰিখ ঠিক কৰিলে। মোৰ প্ৰতিবাদ দেউতাই নামানিলে। শেষত মই নিৰুপায় হৈ ছোৱালীৰ দেউতাকলৈ এখন বেনামী চিঠি দিলো। চিঠিৰ অৰ্থ হ'ল—সাংটা ভলণ্টিয়াৰলৈ ছোৱালী দি নিজৰ ছোৱালীক পুৰি খাব নালাগে। বিশেষকৈ বিয়াৰ আগতে দৰা ক'ৰবালৈ পলাই যাব। সেই চিঠি পাই মোৰ শহুৰ যাদব চন্দ্ৰ বৰদলৈ (পণ্ডিত) তেখেতৰ বন্ধু শংকৰ চন্দ্ৰ বৰুৱাৰ ওচৰলৈ আহি চিঠিখন দেখুৱালে। বৰুৱাই কথা দিলে—"বিয়াৰ যোগাৰ কৰক। মই তাক ধৰি আনি হোমৰ গুৰিত বহুৱাই দিম।" যেনে কথা, তেনে কাম। মই ইফাল-সিফাল কৰিব নোৱাৰিলো। পুৰুষ-মহিলাৰ এটা ভলণ্টিয়াৰ দলে কংগ্ৰেছৰ পতাকা হাতত লৈ স্বৰাজৰ গীত গাই মোক দৰা সজাই আনি বিয়াৰ কাম সম্পন্ন কৰিলে। বিয়া ভগাৰ পাচতহে বৰুৱা আঁতৰিছিল।

১৯৩১ চনত যোৰহাটত অসম ৰাষ্ট্ৰীয় সন্মিলন। মই বেলেৰে শিৱসাগৰ পৰা এই সন্মিলনলৈ আহিছোঁ। মৰিয়নী ষ্টেচনতে

তেখেতক লগ পালোঁ। তেখেতো যোৰহাটৰ সন্মিলনলৈ আহিছে। যোৰহাটলৈ বেল যাব বাতিপুৱাহে। গতিকে বৰুৱাই মোক লৈ কঠালগুৰি চাহ-বাগিছালৈ গ'ল। তেখেতৰ পৰিচিত চাহ-বাগিছাৰ ডাক্তাৰক ৰাতি জগালে। বাগিছালৈ যাওঁতে ভোগদৈ নৈৰ দলং পাৰ হ'ব লাগে। খোজ কাঢ়ি গৈ থাকোঁতে দলঙৰ মাজ পাওঁতেই দেখিলোঁ যে আকাশৰ দক্ষিণ ফালে এটা তীব্ৰ পোহৰ। সেই পোহৰত আমাৰ গাৰ কাপোৰো পোহৰ হৈ পৰিছে। ক্ৰমান্বয়ে পোহৰটো তললৈ নামি নাইকিয়া হ'ল। মই ভয় খাই তেখেতক সাৱটি ধৰিলোঁ। তেখেত নিৰ্ভয় দি ক'লে,—সেইটো উল্কাহে ইংৰাজৰ কাৰণে ফল বেয়া হ'ব। আমাৰ দেশৰ কাৰণে ভাল।

বৰুৱাই ভলন্টিয়াৰ ল'ৰা-ছোৱালীৰ বিয়া পাতি দিয়ে। কিন্তু বয়স ভাটি দিয়ালৈকে নিজে বিয়া পতা নাছিল। অনেক প্ৰচেষ্টাৰ ফলত অৱশেষত গোলাঘাট নগৰৰ পৰা ৩/৪ মাইলমান দক্ষিণে থকা দগাওঁ নামৰ ঠাইৰ এগৰাকী কন্যাৰ লগত বৰুৱাৰ বিয়া হ'ল। পিচে বিয়াখন কেনেকৈ সম্পন্ন হ'ল ?

বৰুৱাৰ বিয়াৰ খবৰ বাইজে পালে। কাকো নিমন্ত্ৰণ কৰা নাছিল। শিৱসাগৰ আৰু যোৰহাটত বৰুৱাৰ বংশপৰিয়ালৰ মানুহ বহুত আছে। খবৰ পাই কোনো কোনো আহিল। কিন্তু গোলাঘাটৰ কংগ্ৰেছ ভলন্টিয়াৰসকলে অভ্যৰ্থনাৰ পৰা জোৰোণলৈকে সকলো দায়িত্ব ল'লে। পান-তামোল, চাউল-চিৰা, ৰভা-পৰলা সকলো যোগাৰ হ'ল। সকলোৰে অনুপ্ৰেৰণাৰ উৎস বৰুৱাৰ বিয়াখন হোৱাত সকলো ভলন্টিয়াৰ কৰ্মীৰে মনত আনন্দ। মানুহেৰে বিয়াঘৰ দলদোপ-হেন্দোলদোপ। ৰৰযাত্ৰীসকলে যথাসময়ত দেশপ্ৰেমমূলক গীত গাই গাই খোজকাঢ়ি গৈ কন্যাঘৰত উপস্থিত হ'ল। ভুবন ভূঞা ডাঙৰীয়াই আচাৰ্যৰূপে বিবাহকাৰ্য সম্পাদন কৰিলে। বিয়াৰ কাম সমাধান কৰি বৰ-কন্যাৰ সৈতে পুনৰ দধাৰ ঘৰলৈ গীত গাই সমদল

যাত্ৰা। গোলাঘাট নগৰত এই বিয়াই এক আলোড়নৰ সৃষ্টি কৰিছিল।

১৯৩৭ চনত বৰুৱা অসম বিধান সভালৈ নিৰ্বাচিত হ'ল। যেতিয়া সংযুক্ত কংগ্ৰেছ মন্ত্ৰীসভা গঠন হোৱাৰ সম্ভাৱনা হ'ল তেতিয়া অসমৰ প্ৰথম প্ৰধানমন্ত্ৰী কোন হ'ব সেই বিষয়ে আলোচনা চলিল। কংগ্ৰেছ দলৰ দলপতি লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱে নিজে এই দায়িত্ব লবলৈ অস্বীকাৰ কৰি দেশভক্ত তৰুণৰাম ফুকনদেৱক অনুৰোধ কৰিলে। ফুকনদেৱ বিধানসভাৰ সদস্য নাছিল। সেয়ে, প্ৰধানমন্ত্ৰী হ'লে ভিতৰত কোনোবা এটা সমষ্টি'ৰ পৰা বিধানসভালৈ নিৰ্বাচিত হ'ব লাগিব। শংকৰ বৰুৱাই নিজে পদত্যাগ কৰি তেখেতৰ সমষ্টিৰ পৰা ফুকনদেৱক নিৰ্বাচিত কৰি নিয়াৰ প্ৰস্তাৱ আগবঢ়াইছিল।

১৯৪২ চনৰ বিপ্লৱৰ নায়ক শংকৰ চন্দ্ৰ বৰুৱা। শিৱসাগৰ জিলাৰ তিনিটা মহকুমাৰ ছজন কংগ্ৰেছ-কৰ্মীক গ্ৰেপ্তাৰ কৰিবলৈ একেদিনই ৱাৰেণ্ট জাৰি হ'ল। শিৱসাগৰৰ ৰবীন কাকতি, বিমলাপ্ৰসাদ চলিহা; যোৰহাটৰ হৰিনাৰায়ণ বৰুৱা; গোলাঘাটৰ শঙ্কৰ চন্দ্ৰ বৰুৱা, ৰাজেন্দ্ৰনাথ বৰুৱা আৰু এই নিবন্ধৰ লেখক। ইয়াৰ ভিতৰত চাৰিজনক গ্ৰেপ্তাৰ কৰিলে, শঙ্কৰ বৰুৱা আৰু মই আত্মগোপন কৰিলোঁ। পুলিচে দুমাহৰ পাচতে মোক গ্ৰেপ্তাৰ কৰিলে। বৰুৱা কিন্তু ধৰা নপৰিল। সুদীৰ্ঘ তিনিবছৰমান কাল আত্মগোপন কৰি তেখেতে সৰ্বভাৰতীয় আন্দোলন পৰিচালক আৰু অসমৰ ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা আদিৰ লগত যোগাযোগ কৰি কাৰাগাৰৰ বাহিৰত বাইজৰ মাজত বীৰদৰ্পে আন্দোলন জীয়াই ৰাখিছিল। ই এক স্মৰণীয় কাহিনী।

পৰাধীন ভাৰতৰ মুক্তিৰ কাৰণে কংগ্ৰেছ আৰু মহাত্মা গান্ধীৰ বাণী শিৰত লৈ বৰুৱাই নিজৰ পৰিয়াল আৰু ঘৰ-সংসাৰ ত্যাগ কৰি ভিতৰুৱা গাৱঁত আশ্ৰম প্ৰতিষ্ঠা কৰিছিল। তেখেতৰ প্ৰচেষ্টাতেই নগৰ আৰু গাওঁ অঞ্চলৰ বহুতো লোক কংগ্ৰেছৰ ভলন্টিয়াৰ হৈছিল।

সমগ্ৰ অসমতে তেওঁৰ প্ৰভাৱ থাকিলেও গোলাঘাট মহকুমাত তেওঁৰ প্ৰভাৱ আছিল অতুলনীয়। ইয়াৰ প্ৰমাণস্বৰূপে ক'ব পাৰি যে তেখেতে চ'ছিয়েলিষ্ট পাৰ্টিত যোগ দিওঁতে বাকেন বৰুৱাৰ বাহিৰে গোলাঘাটৰ প্ৰায়বোৰ কংগ্ৰেছ কৰ্মীয়েই তেখেতৰ লগতে চ'ছিয়েলিষ্ট পাৰ্টিত যোগ দিছিল। পাচত অৱশ্যে বেদব্ৰত বৰুৱা আৰু নবেন শৰ্মা কংগ্ৰেছলৈ ঘূৰি গৈছিল।

সৰু সৰু সমস্যাৰ পৰা দেশৰ বৃহত্তৰ সমস্যালৈকে সকলো কথাই তেখেতে চিন্তা কৰিছিল। সাধাৰণ কৰ্মীৰ পৰা ৰাষ্ট্ৰীয় নেতালৈকে-সকলোৰে লগত সমানে জড়িত হৈ আছিল। পৰিয়ালৰ সংখ্যা বৃদ্ধি হোৱাৰ লগে লগে বৰুৱাৰ আৰ্থিক সংকট হৈছিল যদিও কোনো পৰিস্থিতিতে উচ্চ চিন্তা আৰু আদৰ্শৰ পৰা বিচলিত নহৈছিল।

১৯৫৫ চনত পোন প্ৰথমবাৰৰ কাৰণে অসমত অসম সমবায় চেনিকল পঞ্জীভূত হয় আৰু গোলাঘাট মহকুমাৰ বৰুৱাবামুণ গাৱঁত স্থাপিত হয়। সেই সময়ৰ পৰাই তেখেতে কুঁহিয়াৰ খেতিয়কৰ ২১খন সমবায় সংঘ স্থাপন কৰি প্ৰায় ২৪ লাখ টকা বেংকৰ পৰা ঋণ লৈ এই সংঘবোৰক দিয়ায়। সমবায়বোৰে এই ঋণ পৰিশোধৰ ক্ষেত্ৰত গাফিলতি দেখুওৱাত বৰুৱাই মনতে বৰ আঘাত পাইছিল।

বিপ্লৱী বীৰ শংকৰ বৰুৱাৰ বিষয়ে লিখি শেষ কৰিব নোৱাৰি। তেখেতৰ লগত মোৰ ব্যক্তিগত জীৱনৰ ঘটনাৱলীৰ বিৱৰণ দিলে দীঘলীয়া প্ৰৱন্ধ হ'ব। সেয়ে তেনে কৰাৰ পৰা বিৰত থাকিলোঁ। শংকৰ চন্দ্ৰ বৰুৱাৰ নাম ভাৰতৰ স্বাধীনতা আন্দোলনৰ বুৰঞ্জীত সদায় জিলিকি থাকিব। তেখেতৰ স্মৃতিৰ প্ৰতি গভীৰ শ্ৰদ্ধা আৰু ভক্তি আগবঢ়াইছোঁ।

***

# বিপ্লৱী শংকৰ বৰুৱাৰ সোঁৱৰণত

—৺প্ৰিয় বৰুৱা

শংকৰ বৰুৱাৰ বংশ-পৰিচয়ৰ কিবা দৰকাৰ আছে বুলি মই নাভাবোঁ। তেওঁৰ নাম আৰু কাৰ্যাৱলীয়েই তেওঁৰ প্ৰকৃত পৰিচয়। শংকৰ বৰুৱাৰ নামটো মনলৈ আহিলেই পাহৰণিৰ বুকুত জাহ যাব খোজা এটা অতীতলৈ মনত পৰে। ছায়াছবিৰ দৰে মানসপটত উথল-মাথল লগোৱা সকলো কথা একাদিক্ৰমে লিখিবলৈ সক্ষম নহ'লেও, মই জনামতে এটি চমু আভাস দিবলৈ যত্ন কৰিছো। বহুতো কথা বিস্মৃতিৰ গৰ্ভৰ পৰা উদ্ধাৰ কৰিবলগীয়া হোৱাত আগ-পিছ হোৱাৰ সম্ভাৱনা নিশ্চয় আছে।

১৯২১ চনত শিৱসাগৰ জিলা কংগ্ৰেছৰ এজন বিশিষ্ট কৰ্মী আছিল শংকৰ বৰুৱা। সেই সময়ত মাদকদ্ৰব্য বৰ্জনটোৱেই আছিল কংগ্ৰেছৰ প্ৰথম অকে প্ৰধান কাম। অসমৰ ভিতৰত বোধকৰো শিৱসাগৰতেই কানীয়াৰ সংখ্যা বেছি আছিল। কানি খোৱাটো এটা নিচাই নহয়, ই এটা গুণতো পৰিণত হৈছিল। শিৱসাগৰৰ সাপেখাতী, বৰহাট আদি অঞ্চলৰ ভিতৰুৱা ঠাইবোৰত কানি নাখালে বিয়া কৰাবলৈ ছোৱালী পোৱাই টান আছিল। দৰা কানীয়া বুলি জানিলেহে সেই দৰালৈ ছোৱালী দিবলৈ গৃহস্থই ভাল পাইছিল। কিয়নো, কানীয়া দৰাই কানিৰ তিতা মাৰিবলৈ কল-কুঁহিয়াৰ, গুড়-চেনি, জা-জলপান আদি যি অনুপাণ ব্যৱহাৰ কৰিব লাগিছিল, তাৰ ভাগ তিৰোতা হিচাপে ছোৱালীয়েও পোৱাটো মাক-বাপেকে বিচাৰিছিল। এনেহেন কানিপ্ৰধান অঞ্চলবিলাকত কানিবন্ধৰ অভিযান চলাই নানা লাজ-অপমান সহি কপিদাৰ ভাবুকিলৈও ভয় নকৰি বৰুৱা আৰু তেওঁৰ সহকৰ্মীসকলে পৰ্যাপ্ত পৰিমাণৰ কানিৰ টেমা, হোঁকা-নলিচা আদি

শিৱসাগৰ জিলা কংগ্ৰেছ অফিচত জমা কৰিছিলহি। ১৯২১ চনৰ বছৰটো কংগ্ৰেছৰ পক্ষে এটা কৰ্মময় বছৰ আছিল। অহিংসা আৰু অসহযোগৰ মন্ত্ৰ প্ৰচাৰ কৰাই নহয়, গান্ধীজীয়ে দিয়া কাৰ্যসূচী মতে কাম কৰিলে এ বছৰৰ ভিতৰতে স্বৰাজ আহিব বুলি গান্ধীজীয়ে কোৱাৰ কাৰণে সকলো কৰ্মীয়েই তেখেতৰ নিৰ্দ্দেশমতে কাম কৰি আইন অমান্য কৰিবলৈকে প্ৰস্তুত হৈছিল। ভাৰতৰ অন্যঠাইৰ লগতে অসমৰ বকো আৰু উজনি অসমৰ বামুনপুখুৰীত এই আইন অমান্য আন্দোলনৰ প্ৰস্তুতি চলিছিল। কিন্তু চৌৰিচ'ৰা নামৰ ঠাইত থানা আক্ৰমণ কৰি কেইবাজনো পুলিচ হত্যা কৰাৰ বাবে গান্ধীজীয়ে আইন অমান্য আন্দোলন বন্ধ কৰি দিয়ে। উজনি অসমৰ শদিয়াত থকা অসম ৰাইফলছৰ দল এটাই কংগ্ৰেছ অফিছবোৰ ভাঙি জুই জ্বলাই, কংগ্ৰেছ কৰ্মীবোৰক মাৰপিট আৰু গ্ৰেপ্তাৰ কৰি জেললৈ পঠোৱাৰ দিহা কৰাত আন্দোলন থমকি ৰৈছিল। এনে অৱস্থাত শংকৰ বৰুৱাই শিৱসাগৰৰ পৰা গোলাঘাটলৈ গৈ কুলধৰ চলিহাৰ সহযোগত গঠনমূলক কামত ধৰেগৈ। কাপোৰ বোৱা, সূতা কটা আৰু কানি, মদ, ভাং আদি মাদক দ্ৰব্য বৰ্জনৰ প্ৰচাৰকাৰ্য কৰি কেইবাবছৰো কটায়। গোলাঘাট মহকুমাৰ কেইবাঠাইতো তেওঁ আশ্ৰম প্ৰতিষ্ঠা কৰে। কৰ্মীসকলক অসহযোগৰ মন্ত্ৰেৰে দীক্ষিত কৰি ৰাইজৰ মাজত ইয়াৰ প্ৰচাৰ কৰাটোৱেই আছিল আশ্ৰমবোৰৰ কাম। এই আশ্ৰমবোৰৰ ভিতৰত মৰঙী মৌজাৰ বুঢ়াগোহাঁই খাতত প্ৰতিষ্ঠা কৰাখনেই বিশেষত্বপূৰ্ণ আছিল। সোনোৱাল, কাৰ্বি, লালুং আদি জনজাতীয় ৰাইজৰ মাজত এই আশ্ৰম প্ৰতিষ্ঠা কৰা হৈছিল। সেই আশ্ৰমলৈ গৈ তেওঁক লগ ধৰি তাত কিছুদিন থকাৰ সৌভাগ্য হোৱাৰ বাবেই, সেই আশ্ৰমৰ কথা মোৰ মনত আছে।

১৯৩০-৩২ চনত তেওঁ পুনৰ সক্ৰিয় ৰাজনীতিত নামি দুবাৰ কাটেক খাটিছিল। ইতিমধ্যে তেওঁৰ বিভিন্ন আশ্ৰমৰ কৰ্মীসকল সক্ৰিয় ৰাজনীতিত নামি পৰাত আশ্ৰমবোৰৰ অৱস্থা শোচনীয় হৈ

পৰিছিল। এই আশ্ৰমবোৰ প্ৰতিষ্ঠা কৰি স্বাধীনতাৰ মন্ত্ৰেৰে ৰাইজক অনুপ্ৰাণিত কৰি তোলাৰ ফলস্বৰূপেই ১৯৩২ চনৰ আইন অমান্য আন্দোলনত গোলাঘাটৰ অধিক সংখ্যক লোকে জেল-জৰিমনা আদি নিৰ্যাতন ভোগ কৰিছিল।

আমি লক্ষ্য কৰিলে বুজিব পাৰোঁ যে, অসহযোগ আন্দোলনৰ তীব্ৰতা প্ৰায় দহ বছৰমানৰ মূৰে মূৰেহে বৃদ্ধি পাইছিল। যেনে— ১৯২১-২২, ১৯৩০-৩২, আৰু ১৯৪০-৪২ চনত। মাজৰ কালছোৱাত প্ৰায়ে গান্ধীজী বা কংগ্ৰেছৰ লগত বৃটিছ চৰকাৰৰ আলাপ-আলোচনা চলিছিল আৰু ৰাইজৰ মাজত গঠনমূলক কামৰ অনুশীলন কৰা হৈছিল। ১৯৩২ চনৰ আইন অমান্য আন্দোলনৰ ফলস্বৰূপে বৃটিছ চৰকাৰে কংগ্ৰেচৰ লগত আলোচনা কৰি ১৯৩৫ চনৰ শাসন-সংস্কাৰ প্ৰৱৰ্তন কৰে। কংগ্ৰেছে এই সংস্কাৰ মতে শাসনকাৰ্যত অংশগ্ৰহণ কৰিবলৈ সন্মত হয়। তদনুযায়ী কংগ্ৰেছ নিৰ্বাচনত অৱতীৰ্ণ হয়। শঙ্কৰ বৰুৱা এই নিৰ্বাচনত দক্ষিণ গোলাঘাট সমষ্টিৰ পৰা বিপুল ভোটত জয়ী হোৱাটোৱেই প্ৰমাণ কৰে,—গোলাঘাটৰ ৰাইজৰ মাজত তেওঁ কিমান সৰবৰহী আছিল। পাচত কংগ্ৰেছে অসমত লোকপ্ৰিয় বৰদলৈৰ নেতৃত্বত এখনি কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভা গঠন কৰিবলৈ সমৰ্থ হয়।

১৯৩৯ চনত ইংৰাজ দ্বিতীয় মহাযুদ্ধত অংশগ্ৰহণ কৰি ভাৰতবাসীৰ ঘাই অনুষ্ঠান কংগ্ৰেছৰ কোনো মতামত নলৈ ভাৰতবৰ্ষকো এই যুদ্ধত জড়িত কৰাৰ প্ৰতিবাদত ভাৰতৰ কংগ্ৰেছ মন্ত্ৰীসভাসমূহে পদত্যাগ কৰে। অসমৰ সংযুক্ত মন্ত্ৰীসভায়ো পদত্যাগ কৰে। ইফালে ১৯৩৯-৪১ চনত গান্ধীজীৰ নেতৃত্বত যুদ্ধবিৰোধী ধ্বনি উচ্চাৰণ কৰি নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে ব্যক্তিগত সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰে। সকলো ব্যৱস্থাপক সভাৰ সদস্য আৰু মন্ত্ৰীমণ্ডলীয়ে সত্যাগ্ৰহ কৰি কাৰাবৰণ কৰাত বৰুৱইয়ো কাৰাবৰণ কৰে।

যুদ্ধৰ তীব্ৰতা বঢ়াৰ লগে লগে ইংৰাজৰ অৱস্থা বেয়াৰ ফালে

ঢাল খায়। ইতিমধ্যে ছিঙ্গাপুৰ আৰু পাৰ্লহাৰবাৰ ইংৰাজে হেৰুৱায়। উপায়হীন ইংৰাজ চৰকাৰে যুদ্ধত কংগ্ৰেছৰ সহযোগ বিচাৰি ইংল্যাণ্ডৰ পৰা চাৰ ৰবাৰ্ট ক্ৰীপছৰ নেতৃত্বত এটা আলোচনা-কাৰী দল ভাৰতলৈ পঠিয়ায়। লগতে সকলো সত্যাগ্ৰহীকে কাৰাগাৰৰ পৰা মুক্তি দিয়ে। বিফল আলোচনাৰ শেষত হতাশ হৈ 'ক্ৰীপছ মিছন' উভতি যায়। আনহাতে, যুদ্ধত ইংৰাজৰ পৰাজয়ৰ সম্ভাৱনা স্পষ্ট হৈ পৰাত কংগ্ৰেছৰ পক্ষে নিষ্ক্ৰিয় হৈ বহি থকা সম্ভৱ নহ'ল। সেয়েহে ১৯৪২ চনৰ ৮ আগষ্টত বোম্বে মহানগৰীত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ জৰুৰী অধিবেশন বহি "ভাৰত ত্যাগ" প্ৰস্তাৱ গ্ৰহণ কৰি শেষ আন্দোলন কৰিবলৈ সিদ্ধান্ত লয়। কিন্তু ৯ আগষ্টৰ দিনা পুৱা মহাত্মা গান্ধী আৰু আন নেতাসকলক ইংৰাজ চৰকাৰে গ্ৰেপ্তাৰ কৰি জেলত থয়। গ্ৰেপ্তাৰ হোৱা লগে লগে গান্ধীজীয়ে তেওঁৰ অবিহনে এই আন্দোলনত প্ৰত্যেক ভাৰতবাসীয়েই নিজেই নিজৰ নেতা হৈ আন্দোলন চলাব বুলি, বাণী দি থৈ যায়। ফলত ১৯৪২ চনৰ আন্দোলন কংগ্ৰেছৰ আন্দোলন নহৈ গণ-আন্দোলনলৈ ৰূপান্তৰিত হয়।

এই গণ-আন্দোলনত শঙ্কৰ বৰুৱাই যেনেদৰে অংশ গ্ৰহণ কৰিছিল, সি অত্যন্ত ৰোমাঞ্চকৰ আৰু বহুতৰ বাবে ভাবিব নোৱাৰা কথা। এই গণ-আন্দোলনত শংকৰ বৰুৱাই কৰা কাৰ্য আৰু ত্যাগে তেওঁক চিৰস্মৰণীয় কৰি ৰাখিব। ইতিমধ্যে অসমৰ বিভিন্ন ঠাইত প্ৰায় সকলো কংগ্ৰেছ কৰ্মীয়েই কাৰাৰুদ্ধ হ'বলগীয়া। কিন্তু শংকৰ বৰুৱাই কোনো-পধ্যেই ধৰা নিদিলে। ব্যৱস্থাপক সভাৰ সদস্য হিচাপে ব্যক্তিগত সত্যাগ্ৰহত বন্দী হৈ থকা কালছোৱাৰ বাবে তেওঁ পাবলগীয়া বানচখিনি চৰকাৰে বন্ধ কৰি দিলে। প্ৰদেশ কংগ্ৰেছৰ সভাপতি ত্যাগবীৰ হেম বৰুৱাৰ নিৰ্দেশত নগাওঁৰ পৰা সিফালে কামৰূপ, দৰং, গোৱালপাৰাত জ্যোতিপ্ৰসাদ আগৰৱালা আৰু উজনি খণ্ডত শংকৰ বৰুৱাই গণ-আন্দোলন পৰিচালনা কৰি দিনক দিনে তীব্ৰতৰ কৰি

তুলিছিল। তেওঁ কেতিয়া ক'ত কিদৰে কটাইছিল, কেনেকৈ পুলিচৰ চকুত ধূলি মাৰি ফুৰিছিল, এই আটাইবোৰ কাহিনী একে একোটা ৰোমাঞ্চকৰ গল্পৰ দৰে। শংকৰ বৰুৱা যোৱা বুলি গম পালেই পুলিচে পিচ লয় আৰু যি ঘৰতে থাকে তাতেই পুলিচে খানাতালাচী কৰে। কিন্তু স্বাধীনতাপ্রিয় অসমীয়া ৰাইজে নির্যাতন ভোগ কৰিও তেওঁক ধৰাই নিদিছিল। পুলিচৰ হাতত ধৰা নিদিবলৈ কৰা প্রচেষ্টা অত্যন্ত কষ্টকৰ আৰু সাহসিকতাপূর্ণ আছিল। কোনো এঘৰত হয়তো তেওঁ ৰাতি আশ্রয় লৈছেগৈ। পুলিচে কেনেবাকৈ জানিব পাৰি ঘৰ ঘেৰাও কৰিছে। তেওঁ হয়তো পুলিচৰ আগতে মুৰত গামোচা মাৰি কঁকালত ফটা চুৰিয়া পিন্ধি কান্ধত নাঙললৈ গোহালিৰ গৰুহাল খেদাই হালোৱাৰ ভাও ধৰি ওলাই গৈছে। ক'ৰবাত হয়তো এগৰাকী বুঢ়ীৰ ভেশ ধৰি হাতত টিপচাকি লৈ লাখুটিত ভৰ দি সৰুপানী চুবলৈ পুলিচৰ আগেদিয়েই ওলাই গৈছে। এইদৰে বিভিন্ন সময়ত বিভিন্ন ভেশ লৈ দুবছৰতকৈও অধিককাল আত্মগোপন কৰি বৰুৱাই আন্দোলন পৰিচালনা কৰিছিল। অৱশেষত তেওঁক ধৰিবলৈ কৰা সকলো প্রচেষ্টা ব্যর্থ হোৱাত জীৱিত বা মৃত অৱস্থাত ধৰি দিব পাৰিলে দহহেজাৰ টকা দিব বুলি বৃটিছ চৰকাৰে ঘোষণা কৰিলে। কিন্তু লাচিতৰ দেশৰ অসমীয়া ৰাইজে তেওঁক আশ্রয়হে দিলে, ধৰাই দি দহহেজাৰ টকাৰ পুৰস্কাৰ লৈ জাতীয় গৌৰৱত কলঙ্ক নাসানিলে।

ইতিমধ্যে বৃটিছ চৰকাৰে অসমক যুদ্ধক্ষেত্র বুলি ঘোষণা কৰিলে। বৃটিছ আৰু আমেৰিকাৰ সৈন্যৰ খোজৰ ভৰত মেদিনী টল-বল হ'ল। অসমৰ জীয়ৰী-বোৱাৰী যুদ্ধৰ চিপাহীৰ হাতত ধর্ষিতা হ'ল। এনে অৱস্থাত শংকৰ বৰুৱাই ছোৱালীবিলাকক কঁকালৰ খোচনিত ডেগাৰ একোখন ৰাখিবলৈ পৰামর্শ দি আত্মৰক্ষাৰ কাৰণে কোন সময়ত কেনেদৰে ব্যৱহাৰ কৰিব লাগে তাৰো প্রশিক্ষণ দিছিল। এই সকলো অৱস্থাৰ বর্ণনা দি তেওঁ গান্ধীজীলৈ পৰামর্শ বিচাৰি লিখাত

গান্ধীজীয়ে "আত্মৰক্ষাৰ কাৰণে তিৰোতাই তেনে কৰাটোও অহিংসা হিচাপেই গণ্য কৰিব পাৰি" বুলি মন্তব্য দিছিল। মই জেলত থাকোঁতে শংকৰ বৰুৱাৰ এইবোৰ খবৰ পাই অন্যান্য নেতাসকলৰ লগত আলোচনা কৰোঁতে বহুতো নেতাই এনে কাৰ্য সমৰ্থন কৰা নাছিল। মই জেলৰ পৰা ১৯৪৫ চনৰ জানুৱাৰী মাহত মুক্ত হৈ নামতিৰ কঁহাৰগাৱঁৰ ডম্বৰুধৰ বৰাৰ ঘৰত তেওঁক পলাতক অৱস্থাতেই লগ ধৰি সকলো কথাৰ বুজ লৈছিলো। তেৱেঁা জেলৰ বাতৰি, নেতা-সকলৰ খবৰ মোৰ পৰা লৈছিল। বোধ কৰো শংকৰ বৰুৱা ১৯৪৫ চনৰ মাজভাগত পুলিচৰ হাতত ধৰা পৰিছিল। কিন্তু তেওঁ বেছিদিন জেলত থাকিবলৈ নাপালে। যুদ্ধৰ অৱসান ঘটাৰ পাচতে নেতাসকল জেলৰ পৰা মুক্ত হ'ল।

ক্ৰমান্বয়ে দেশৰ অৱস্থাৰ পৰিবৰ্তন হ'ল। দেশ স্বাধীন হ'ল। পূৰ্বৰ ইংৰাজ চৰকাৰে বাজেয়াপ্ত কৰি ৰখা তেওঁৰ মা-সম্পত্তি আৰু ব্যৱস্থাপক সভাৰ সভ্যৰ বানচখিনিও তেওঁ পালে। দেশ স্বাধীন হোৱাৰ লগে লগে যেতিয়া জৱাহৰলাল নেহেৰুৱে "গণ-আন্দোলনৰ সকলো ধ্বংসকাৰ্যৰ দায়িত্ব মই লৈছো" বুলি ক'লে, অসমৰো বহুতো নেতাই শংকৰ বৰুৱাক শলাগিলে। এইখিনিয়েই শংকৰ বৰুৱাৰ সংগ্ৰামী জীৱনৰ চমু আভাস।

মই স্বাধীন ভাৰতত গাওঁ উন্নয়ন বিষয়া হোৱাত কিছু বছৰলৈ শংকৰ বৰুৱাৰ লগত যোগাযোগ বিচ্ছিন্ন হৈ আছিল। কিন্তু ১৯৬২ চনত মই অসম খাদীবৰ্ডৰ সদস্য হোৱাত আৰু বৰুৱাও সদস্য থকাত পুনৰ একেলগে কাম কৰাৰ সুযোগ ঘটে। তেতিয়া তেওঁৰ বয়স প্ৰায় সত্তৰ বছৰমান হৈছিল। এবাৰ খাদীবৰ্ড অফিছলৈ যাওঁতে বিস্নাথনৰ চকা বেঁকা হৈ পৰি যোৱাত তেওঁৰ কৰঙন ভাগি ছমাহমান গুৱাহাটী কলেজ হস্পিতেলত থাকিবলগীয়া হৈছিল। সেইদিনা বিস্নাত তেওঁৰ লগত মযো আছিলো। মেডিকেল কলেজ হস্পিতেলত থকা সময়ছোৱাত ৰাজকুমাৰ সুৰেশৰ গোঁহাইয়ে তেওঁৰ খোৱা-বোৱাৰ

যোগান ধৰিছিল। গোহাঁইদেৱ খাদীব'ৰ্ডৰ অন্যতম সদস্য আছিল।

সুৰেশ্বৰ গোহাঁই, শঙ্কৰ বৰুৱা আৰু মোৰ ওপৰত খাদীব'ৰ্ডৰ এটা ৰিপ'ৰ্ট প্ৰস্তুত কৰাৰ দায়িত্ব আছিল। আমি তিনিজন আৰু ব'ৰ্ডৰ প্ৰধান সম্পাদক ৰবীন নবিচ্ পদেন সদস্য হিচাপে দুবছৰে ঘূৰি-পকি সমগ্ৰ অসমৰ চুকে-কোণে খাদীব'ৰ্ডৰ আঁচনি কিদৰে ৰূপায়ণ হৈছে, সেই সকলোবোৰ চাই-চিতি তিনশ পৃষ্ঠাৰ এই ৰিপ'ৰ্ট প্ৰস্তুত কৰিছিলোঁহঁক। সেই সময়ৰ খাদীব'ৰ্ডৰ সদস্যসকল সকলোৱেই দেশসেৱক আৰু ত্যাগী লোক আছিল। আমি প্ৰস্তুত কৰা ৰিপ'ৰ্ট সৰ্বাঙ্গসুন্দৰ হৈছে বুলি সকলোৱে কৈছিল যদিও প্ৰকাশ নহ'ল।

ভগা ভৰি ভাল হৈছিল যদিও তেওঁ লাখুটি লৈহে খোজ কাঢ়ৰ লগীয়া হৈছিল। এইদৰে বাজহুৱা কামত ব্ৰতী হৈ থাকোঁতে তেওঁৰ কফৰ বিকাৰ বৃদ্ধি পায় আৰু সেই ৰোগতে তেওঁৰ পৰলোক প্ৰাপ্তি ঘটে। তেওঁৰ মৃত্যুৰ বাতৰিয়ে সকলোকে ম্ৰিয়মাণ কৰি তোলে। কিছুদিনৰ পাচত তেওঁৰ পৰিয়ালক দেখা কৰিবলৈ গৈ তেওঁৰ চকীখন শূদা দেখি মোৰ চকুলো বৈছিল।

এইজন দেশপ্ৰেমিক নিষ্ঠাবান জাতীয়নেতা অমৰ হৈ ৰ'ব।

***

# বিপ্লৱী শংকৰ বৰুৱা

—উমাকান্ত শৰ্মা

১৯৪২ চনৰ গণ-বিপ্লৱৰ ইতিহাসত শংকৰচন্দ্ৰ বৰুৱা এগৰাকী প্ৰবাদ পুৰুষ হিচাপে সদায় জিলিকি থাকিব। বিপ্লৱৰ সময়ৰ তেখেতৰ ৰোমাঞ্চকৰ কাহিনীবোৰে সেই সময়ৰ অসমৰ ডেকা-গাভৰুক আৰু সকলো দেশপ্ৰেমিকক অনুপ্ৰেৰণা যোগাইছিল, বৃটিছৰ বিৰুদ্ধে যুঁজিবলৈ সংকল্পবদ্ধ কৰিছিল।

এইগৰাকী মহান নেতাই ৰাজনৈতিক জীৱন আৰম্ভ কৰে এজন গান্ধীবাদী কৰ্মী হিচাপে। ১৯২১ চনত মহাত্মা গান্ধীয়ে বিদেশী বস্ত্ৰ বৰ্জন আন্দোলন আৰম্ভ কৰাৰ সময়তে, বিশেষকৈ মহাত্মা গান্ধীৰ অসম ভ্ৰমণকালত গান্ধীজীৰ বাণীৰ দ্বাৰা অনুপ্ৰাণিত হৈ তেওঁ চাহ-বাগিচাৰ চাকৰি এৰি কংগ্ৰেছত যোগ দিয়ে আৰু গান্ধীজীৰ ১৮ দফীয়া কাৰ্যসূচী ৰূপায়ণত আত্মনিয়োগ কৰে। খাদীৰ প্ৰচাৰ আৰু মাদক-দ্ৰব্য বৰ্জন আৰু নিবাৰণ কাৰ্যসূচীৰ মাধ্যমেৰে তেখেত জনসাধাৰণৰ মাজত সোমাই পৰে। ইয়াৰ ফলত তেখেতে অসমৰ কৃষকৰ সমস্যাবোৰ অধ্যয়ন কৰাৰ সুযোগ পায়। এফালে চাহবাগিচাৰ মালিকসকলৰ শোষণ আৰু উৎপীড়ন আৰু তাৰ বিপৰীতে কৃষক আৰু বনুৱাসকলৰ দৰিদ্ৰতাই তেখেতৰ মনত প্ৰবল বিক্ষোভৰ সৃষ্টি কৰে। এই সময়তে তেখেতৰ মন ভৱিষ্যত কৰ্মপন্থা সম্পৰ্কে প্ৰায় এটা সিদ্ধান্তত উপনীত হয়। পিছে সেই সময়ত দেশৰ আন আন নেতাসকলে ভবাৰ দৰে হয়তো বৰুৱাইও ভাবিছিল যে, বিদেশী শাসনৰ অন্ত হ'লে দেশৰ অৰ্থনৈতিক নিয়ন্ত্ৰণ দেশৰ হাতলৈ আহিব আৰু এখন শোষণবিহীন সমাজ প্ৰৱৰ্তন কৰাটো সম্ভৱ হ'ব। এই কথাত বিশ্বাস ৰাখি তেখেতে গান্ধীজীৰ পথ-নিৰ্দেশনা অনুসৰি কংগ্ৰেছৰ কামত আত্মনিয়োগ কৰে।

বিপ্লৱ সশস্ত্ৰই হওঁক বা অহিংসই হওঁক, কৰ্মীসকলৰ নিয়মানুৱৰ্তিতা

আৰু শৃংখলাবোধৰ ওপৰত সেই বিপ্লৱৰ কৃতকাৰ্যতা নিৰ্ভৰ কৰে। আমাৰ নেতাসকলে এই কথা উপলব্ধি কৰিছিল, তাৰ ফলস্বৰূপে কংগ্ৰেছে এটা সেৱাদল তথা স্বেচ্ছাসেৱক বাহিনী গঠন কৰিছিল। এই স্বেচ্ছাসেৱক বাহিনী গঠনত শংকৰ বৰুৱাৰ অৱদান অতুলনীয় আছিল যদিও পিছত যোৰহাটৰ হৰিনাৰায়ণ বৰুৱা সৰ্বাধিনায়ক হৈছিল। '৪২ৰ বিপ্লৱৰ কালছোৱাত তেখেত অসমৰ সেৱাদলৰ সৰ্বাধিনায়ক আছিল।

ভাৰতবাসীক কিছুপৰিমাণে সন্তুষ্ট কৰাৰ বাবে আৰু ৰাষ্ট্ৰীয় আন্দোলনত বিভাজন অনাৰ বাবে, বৃটিছ চৰকাৰৰ শাসন সংস্কাৰৰ প্ৰস্তাৱ অনুসৰি ১৯৩৫ চনৰ আইনৰ ব্যৱস্থামতে দেশত নিৰ্বাচন পতা হয়। কংগ্ৰেছ দলে এই নিৰ্বাচনত অংশগ্ৰহণ কৰিলে। এই দলে সাতখন প্ৰদেশত সংখ্যাগৰিষ্ঠতা লাভ কৰিলে আৰু বাকী দুখনত সৰ্ববৃহৎ ৰাজনৈতিক দল হিচাপে জয়ী হ'ল। এই নিৰ্বাচনত শংকৰ বৰুৱা কংগ্ৰেছ প্ৰাৰ্থীৰূপে জয়ী হয়। ১৯৩৮-৩৯ চনত যেতিয়া সন্মিলিত মন্ত্ৰীসভা গঠিত হয়, শংকৰ বৰুৱাই এই কাৰ্যত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। সেই সময়ত কংগ্ৰেছৰ সভাপতি আছিল সুভাষ চন্দ্ৰ বসু। তেখেতৰ চেষ্টাত এইটো সম্ভৱ হয়। বিধানসভাত কংগ্ৰেছৰ সংখ্যাগৰিষ্ঠতা নাছিল। গতিকে নানা কৌশল কৰি স্বতন্ত্ৰ সদস্য হাত কৰিবলগীয়া হৈছিল। গাৰো আৰু মিকিৰ প্ৰতিনিধি দুজনক বিপক্ষদলে যাতে নিব নোৱাৰে তাৰ ব্যৱস্থা কৰিবলৈ তৰুণৰাম ফুকনে শংকৰ বৰুৱাক দায়িত্ব দিছিল। বৰুৱাই সেই দায়িত্ব নিয়াৰিকৈ পালন কৰিছিল।

যেতিয়া ১৯৩৯ চনত ভাৰতবৰ্ষৰ নিৰ্বাচিত প্ৰতিনিধিসকলৰ সন্মতি নোলোৱাকৈ বৃটিছ চৰকাৰে একপক্ষীয়ভাৱে ভাৰতবৰ্ষক এখন যুদ্ধৰত দেশ বুলি ঘোষণা কৰিলে, ভাৰতবৰ্ষই এই অপমান সহ্য নকৰিলে। আঠখন কংগ্ৰেছশাসিত প্ৰদেশৰ মন্ত্ৰীসকলে ত্যাগপত্ৰ দিলে। শেষ সংগ্ৰামৰ বাবে দেশ সাজু হ'ল।

১৯১৭ চনত প্ৰথম মহাযুদ্ধৰ সময়ত যেনেকৈ স্বৈৰাচাৰী শাসনৰ বিৰুদ্ধে সমাজৰ সকলো শ্ৰেণীৰ লোকৰ মাজত বিদ্ৰোহৰ জুই জ্বলি উঠিছিল আৰু লেলিনৰ নেতৃত্বত সেই বিদ্ৰোহে জাৰৰ স্বেচ্ছাচাৰৰ পতন ঘটাইছিল, সেইদৰে ভাৰতবৰ্ষতো উপনিবেশবাদৰ অভেদ্য দুৰ্গৰ পতনৰ বাবে মহাত্মা গান্ধীৰ নেতৃত্বত দেশ সাজু হ'ল। ভাৰতবাসীৰ ক্ষোভ আৰু সংকল্পই মূৰ্তৰূপ ল'লে আৰু কংগ্ৰেছৰ সিদ্ধান্ত আৰু মহাত্মাগান্ধীৰ নিৰ্দেশত 'ভাৰত চৰো' আৰু 'কৰেঙ্গে য়্যা মৰেঙ্গে' ধ্বনি উচ্চাৰিত হ'ল।

বিয়াল্লিছৰ বিপ্লৱৰ আৱৰ্তণিৰ আগতেই নেতাজী সুভাষচন্দ্ৰ বসু দেশৰ পৰা পলাই যায় আৰু বিদেশী শক্তিৰ লগত যোগাযোগ স্থাপন কৰি অৱশেষত জাপানৰ সহায়ত 'আজাদ হিন্দ ফৌজ' গঠন কৰি অসমত প্ৰবেশ কৰিবলৈ চেষ্টা কৰে। সেইদৰে বিপ্লৱৰ মাজতে লোকনায়ক জয়প্ৰকাশ নাৰায়ণ তেওঁৰ সহকৰ্মীৰে সৈতে জেলৰ পৰা পলাই বাহিৰত 'মুক্তিবাহিনী' গঠন কৰে। এওঁলোকৰ অগ্নিবৰ্ষী বাণী আৰু আদৰ্শই দেশৰ অনেক দেশপ্ৰেমিকক প্ৰভাৱান্বিত কৰাৰ দৰে শংকৰ বৰুৱাকো প্ৰভাৱান্বিত কৰিছিল বিশেষকৈ কৃষক আৰু বনুৱাৰ লগত জড়িত জয়প্ৰকাশৰ অৰ্থ নৈতিক আদৰ্শই বৰুৱাক প্ৰভাৱান্বিত কৰিছিল। সেই আদৰ্শ অনুসৰি তেখেতে আত্মগোপন কৰি বিপ্লৱ সংগঠন আৰু পৰিচালনাৰ দায়িত্ব লয়। সামগ্ৰিকভাৱে বিপ্লৱৰ কৃতকাৰ্যতা আৰু তাৰ ফলশ্ৰুতি হিচাপে ভাৰতবৰ্ষই লাভ কৰা স্বাধীনতাৰ ক্ষেত্ৰত শংকৰ বৰুৱাৰ অৱদান লেখত লবলগীয়া।

১৯৪৭ চনত ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰিলে। পিচে, যি স্বাধীনতাৰ বাবে অসংখ্য শ্বহীদে জীৱন দান দিলে আৰু অগণন লোকে ত্যাগ স্বীকাৰ কৰিলে, সেই স্বাধীনতা ভাৰতে লাভ কৰিব নোৱাৰিলে। গৰীব কৃষক, বনুৱা গৰীব হৈয়ে ৰ'ল। অৰ্থনৈতিক নিয়ন্ত্ৰণ এমুঠি পুঁজিবাদীৰ হাতলৈ গ'ল। মহাত্মা গান্ধীৰ সপোনৰ নাছিল। কংগ্ৰেছ গুস্তস্বাৰ্থজড়িত পুঁজিপতিৰ হাতৰ পুতলা হ'ল। বাজ্যতাৰ ফলত এচাম কংগ্ৰেছী লোক কংগ্ৰেছৰ পৰা ওলাই আহিল।

আহিল। জয়প্ৰকাশ নাৰায়ণ, আচাৰ্য নৰেন্দ্ৰদেৱ আদিৰ নেতৃত্বত চ'চিয়েলিষ্ট পাৰ্টিৰ জন্ম হ'ল। শংকৰ বৰুৱাই এই দলত যোগ দিলে। তেখেত অসমৰ চ'চিয়েলিষ্ট পাৰ্টিৰ অন্যতম জন্মদাতা।

অসমত সমাজবাদৰ প্ৰচাৰ তথা সমাজবাদী আন্দোলন গঢ়ি তোলাত শংকৰ বৰুৱাৰ অৱদান প্ৰাতঃস্মৰণীয়। তেখেতে বিশেষকৈ কৃষক সংগঠনত অধিক মনোনিবেশ কৰিছিল। তেখেতেই প্ৰথমবাৰৰ কাৰণে ৰঙকাটিওত সদৌ অসম কৃষক সন্মিলন পাতিছিল। ডাঃ ৰাম-মনোহৰ লোহিয়া এই সন্মিলনলৈ আহিছিল। এই সন্মিলনে সদৌ অসম ভিত্তিত কৃষক সংগঠনক এটা ৰূপ দিছিল আৰু প্ৰথমবাৰৰ কাৰণে কৃষকৰ দাবী চনদ গ্ৰহণ কৰিছিল।

যেতিয়া আচাৰ্য বিনোৱাভাবেই ভূদান আন্দোলন আৰম্ভ কৰে, আন আন সমাজবাদী নেতা আৰু সমাজ-সংস্কাৰকৰ দৰে শংকৰ বৰুৱাও এই আন্দোলনৰ প্ৰতি আকৃষ্ট হৈ পৰে। জয়প্ৰকাশ নাৰায়ণৰ দৰে তেখেতেও এই আন্দোলনত যোগ দিয়ে। গণতান্ত্ৰিক সমাজবাদ তথা মহাত্মা গান্ধীৰ সপোনৰ স্বৰাজ এই আন্দোলনৰ মাধ্যমেৰে আহিব বুলি তেখেতে বিশ্বাস কৰিছিল। এইগৰাকী মহান নেতাৰ স্মৃতিত মই সশ্ৰদ্ধ প্ৰণিপাত জনাইছো।

---

"গান্ধী অৰুণা
শংকৰ লোহিয়া
জয়প্ৰকাশ,
ইন্‌কিলাব জিন্দাবাদ্"
—সোনেশ্বৰ বৰা

শংকৰ চন্দ্ৰ বৰুৱাক চমুকৈ শংকৰ বৰুৱা বুলিয়েই সকলোৱেই কয়। শংকৰদেৱৰ তিথিৰ দিনা জন্মগ্ৰহণ কৰাৰ কাৰণেই তেখেতৰ নাম শংকৰ। শংকৰ বৰুৱাক 'বিপ্লৱীবীৰ' আখ্যা দি কোৱা মানেই দেশৰ কেইজন মান স্বাধীনতা যুঁজাৰু আগশাৰীৰ বৰেণ্য নেতা-নেত্ৰীৰ কথা উল্লেখ নকৰিলে সঁচা কথাক আওকাণ কৰা হব। সেইসকলৰ ভিতৰত মহামানৱ মহাত্মা গান্ধীৰ স্থান সকলোৰে ওপৰত। মহামানৱ মহাত্মা গান্ধীৰ লগে লগেই ভাৰতভূমিৰ স্বাধীনতা সংগ্ৰামৰ আগৰপুৰা বিশেষকৈ শংকৰ বৰুৱাৰ একে চিন্তাত বা শংকৰ বৰুৱাই নেতৃত্ব মানি দেশৰ স্বৰাজৰ আন্দোলনত বিশেষকৈ স্বৰাজৰ শেষ সংগ্ৰাম ভাৰত ত্যাগ আন্দোলনত ব্ৰতী হোৱা আগশাৰীৰ নেতা-নেত্ৰীসকলৰ অন্যতম হ'ল লোকনায়ক জয়প্ৰকাশ নাৰায়ণ, ডঃ ৰামমনোহৰ লোহিয়া, অৰুণা আচফ আলি, সৰুজিনী নাইডু, অচ্যুত পট্টবৰ্দ্ধন, পণ্ডিত ৰামানন্দন মিশ্ৰ, ইউচুফ মেহেৰ আলি ইত্যাদিসকল। এই সকলৰ নাম নললে শংকৰ বৰুৱাৰ বিপ্লৱী জীৱনৰ ব্যাখ্যাই অমূলক হব। তদুপৰি নেতাজী সুভাষচন্দ্ৰ বসুক স্মৰণ কৰিবই লাগিব। নেতাজী সুভাষ চন্দ্ৰ বসুয়ে ভাৰতভূমিৰ মুক্তিৰ অৰ্থে দেশৰ পৰা পলাই গৈ বিদেশত শক্তি-সামৰ্থ্য সৈন্যবল গোটাই "আজাদ হিন্দ্ ফৌজ" গঠন কৰি ভাৰতক সূৰ্য্য উদয়ৰ কালৰ পৰা মুক্ত কৰিবলৈ "দিল্লী চলো" ধ্বনিৰে ইংৰাজ শাসনৰ অন্ত পেলাবলৈ যুদ্ধৰে আগবাঢ়ি দেশক স্বৰাজ কৰা

আন্দোলনৰ আগৰ কালছোৱাত অৰ্থাৎ নেতাজী প্ৰথমবাৰ ভাৰতৰ জাতীয় কংগ্ৰেছৰ সভাপতি হওঁতে সেই সময়ত ১৯৩৭ চনত অসমত চাৰ চাদুল্লাৰ নেতৃত্বত গঠন হোৱা মুছলিম লীগ মন্ত্ৰীসভাক পৰাভূত কৰি লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ নেতৃত্বত কংগ্ৰেছী মন্ত্ৰীসভা গঠন কৰাৰ অনুমতি দি তাক কাৰ্য্যকৰি কৰিছিল।

সেই সময়ত অসম বিধানসভাত কংগ্ৰেছ দল সংখ্যাৰ কালৰ পৰা সংখ্যালঘু আছিল যদিও নেতাজী সুভাষ বসুৱে কংগ্ৰেছ দলক চৰকাৰ গঠন কৰিবলৈ অনুমতি দিয়াই কেৱল নহয়, লীগ চৰকাৰক কেনেকৈ পৰাভূত কৰিব পাৰে তাৰ উপায়ো চিন্তা কৰি স্থিৰ কৰিছিল। লীগ মন্ত্ৰীসভাক পৰাভূত কৰিবলৈ যিবিলাক কাৰণ উপস্থিত হৈছিল তাৰ ভিতৰত অন্যতম আছিল সেই সময়ৰ চৰকাৰে "কমাৰ্চিয়েল কেৰিং কোম্পানীক" বাছৰ পাৰমিট দিয়া লৈ হোৱা দুৰ্নীতিয়েই মূল। চাদুল্লাৰ লীগ মন্ত্ৰীসভাৰ পৰা বিধায়কৰ সমৰ্থন প্ৰত্যাহাৰ কৰিবলৈ আৰু লীগ মন্ত্ৰীসভাৰ পতন ঘটাবলৈ লগা কৌশলৰ গুৰি ধৰা কংগ্ৰেছী বিধায়ক সকলৰ অন্যতম আছিল শংকৰ বৰুৱা। শংকৰ বৰুৱা তেতিয়া অসম বিধান সভাৰ বিধায়ক। লীগ মন্ত্ৰীসভা সমৰ্থক বিধায়কৰ সমৰ্থন প্ৰত্যাহাৰ কৰাবলৈ কংগ্ৰেছৰ বিধায়ক আৰু নেতা কিছুমানৰ একো একোজনে তেনে কোনো কোনো বিধায়ক একোজনক ভাগ কৰি কৰি দায়িত্ব লৈছিল। শংকৰ বৰুৱাই মিকিৰ পাহাৰৰ ( বৰ্ত্তমান কাৰ্বি আংলং ) বিধায়ক খৰচিং টেৰাং মৌজাদাৰৰ দায়িত্ব লৈছিল আৰু বৰুৱা এই কামত কৃতকাৰ্য্য হৈছিল। লীগ মন্ত্ৰীসভা ১৯৩৮ চনৰ ১৫ চেপ্তেম্বৰ তাৰিখে পতন হয়। ১৯৩৮ চনৰ ১৯ চেপ্তেম্বৰ তাৰিখে গোপীনাথ বৰদলৈৰ নেতৃত্বত অসমত প্ৰথম কংগ্ৰেছৰ কোৱালিছন মন্ত্ৰীসভা গঠন হয়। গোপীনাথ বৰদলৈৰ নেতৃত্বৰ মন্ত্ৰীসভা গঠন কৰোতে লোৱা কৌশলতো শংকৰ বৰুৱাৰ বৰঙণি আছিল অবিস্মৰণীয়। ১৯৩৫ চনৰ ভাৰত চৰকাৰৰ অধি-নিয়মক প্ৰশাসনীয় আইন অনুসৰি দেশৰ অন্যবোৰ প্ৰদেশৰ লগতে অসমতো প্ৰথম বিধানসভা গঠন হয় ১৯৩৭ চনত। চাৰ চাদুল্লাৰ লীগ মন্ত্ৰীসভা গঠন হৈছিল ১৯৩৭ চনৰ মাৰ্চ

মাহন্ত। শংকৰ চন্দ্ৰ বৰুৱা অসম বিধানসভালৈ গোলাঘাট দক্ষিণ সমষ্টিৰ পৰা কংগ্ৰেছ দলৰ প্ৰাৰ্থীৰূপে নিৰ্বাচিত হৈছিল। এই নিৰ্বাচনত তেখেতৰ প্ৰতিদ্বন্দ্বিতা হৈছিল চাহ-খেতিয়ক ফণি শৰ্ম্মা আৰু ( আহোম সভাৰ ) মহেন গোঁহাইৰ লগত। বৰুৱা ডাঙৰীয়া ১৯৩৭ চনৰ পৰা ১৯৪৬ চনলৈ বিধায়ক আছিল। মোৰ মনত থকা মতে শংকৰ বৰুৱাৰ নিৰ্বাচনৰ প্ৰতীক আছিল এটা ম'হ ফণি শৰ্ম্মাৰ নাঙল আৰু মহেন গোঁহাইৰ হাতী। নিৰ্বাচনৰ ভলন্টিয়াৰসকলে শ্লোগান দি গানৰ সুৰত গাইছিল—"মুখে নাঙল পেটে ম'হ আৰে ৰে দেশী ভাই। মুখে হাতী পেটে ম'হ আৰে ৰে দেশী ভাই।" আদি ইত্যাদি। ভোট বিচৰা মানুহ দেখিলেই আমি ল'ৰাবোৰে গাইছিলো মুখে নাঙল পেটে ম'হ আৰে ৰে দেশী ভাই ইত্যাদি। সেই বছৰ মই হামদৈ এল. পি. স্কুলৰ শেষান্ত পৰীক্ষা দিয়া ছাত্ৰ। কথাবোৰ মনত আছে। আমাৰ গাৱঁৰ মানুহে শংকৰ বৰুৱাক ভোট দিয়াৰ মুঠ বান্ধিছিল।

শংকৰ বৰুৱাৰ সমগ্ৰ জীৱন আন্দোলনেৰে ভৰা। মই শংকৰ বৰুৱাক প্ৰথম দেখিছো তেখেতৰ বিবাহৰ দিনা। তেখেতৰ বিবাহ আমাৰ দ-গাঁৱৰ ওচৰতে লগালগি গাওঁ দ-চমুৱা গ'ৱঁৰে শ্ৰীঅন্নপ্ৰভা দত্ত্ৰ লগত হৈছিল। শ্ৰীঅন্নপ্ৰভা দত্তৰ দুজনী ভনীয়েক তেতিয়া আমি একেলগে একেখন প্ৰাইমেৰী স্কুলতে পঢ়ো। একেলগে খোজ কাঢ়ি অহা-যোৱা কৰো। ডাঙৰ ভনীয়েক তুনু, সৰু ভনীয়েক গৌৰী। শংকৰ বৰুৱাৰ বিয়াৰ দিনা আমাৰ ঘৰৰ কাষৰ মানুহ ঘৰত ৰাতি বৰ্ণা নাম আছিল। ডাঙৰ সকলে পুথি পঢ়িছে, কোনোৱে নামৰ অন্য কাম কৰিছে, আমি সৰু সৰু লৰাবোৰে ধেমালি কৰি আছো। অলপ আঁতৰেৰে গৈছে নগা আলি নামৰ ( বৰ্ত্তমান নোগোৰা আলি নামৰ ) ৰাস্তাটো। যিটো ৰাস্তাৰে শংকৰ বৰুৱা বৰযাত্ৰী হৈ কন্যাৰ ঘৰলৈ যাব। নাম গোৱাৰ প্ৰসাদ আৰু জলপান খাবৰ হোৱা নাই। আমি ৰাস্তাৰ কাষত দৰা চাবলৈ বৈ আছো। ভলণ্টিয়াৰৰ বিয়া। দৰাৰ লগত ভলণ্টিয়াৰ আহিব। প্ৰচাৰ হৈ আছে শংকৰ বৰুৱা হেনো দৰা হওঁতেও৷ গান্ধী ভলন্টিয়াৰ-হৈয়ে আহিব খোজ কাঢ়ি। দৰাৰ ঘৰৰ পৰা কন্যাৰ ঘৰলৈ

৫ মাইল মান দূৰ। সঁচাই তেনেদৰে অৰ্থাৎ শংকৰ বকৰাই আঠুৰ মূৰত খদ্দৰ চুৰিয়া, গাত কটছ চোলা এতোখৰ ওপৰত জহৰ কোট, মূৰত বগা গান্ধী টুপী পিন্ধি হাতত টাকুৰি লৈ সূতা কাটি কাটি খোজ কাঢ়ি আহিছে এমথা ভলাণ্টিয়াৰৰ মাজত। এজনে দৰাৰ কাষতে হাতত পেট্ৰ'মাক্স লাইট এটা জ্বলাই লৈ গৈছে।

দৰা চাবলৈ ব্যগ্ৰ আমি লৰাগালে কিছু দূৰতে লাইটৰ পোহৰ দেখি দৰা আহিছে বুলি খদম দম লগাই আছোহঁক। বাটত দৰা চোৱাৰ হেঁপাহ সকলো মানুহৰে চৰিত্ৰত সদায়ে আছে। তদুপৰি আমাৰ সেই হেঁপাহটো বেছি হৈছে গান্ধী ভলণ্টিয়াৰ শংকৰ বকৰা দৰাক চোৱাটোক লৈ। পেট্ৰ'মাক্সৰ পোহৰৰ মাজত অহা বৰযাত্ৰী ভলণ্টিয়াৰ-সকলৰ বহুতৰে হাতত টাকুৰি। টাকুৰি মানে টাকুৰিত সূতা কাটি কাটিয়েই আহিছে। বৰযাত্ৰী সকল স্বৰাজৰ গীত গাই গাই আগবাঢ়িল। লাইটৰ পোহৰ নাইকিয়া হ'ল। বৰযাত্ৰীসকল কন্যাৰ ঘৰলৈ গলগৈ। আমি ল'ৰাজাকে নামৰ জলপান খাবলৈ দৌৰি ঘূৰি আহিলো। নাম গোৱা আছিল গতিৰামৰ ঘৰত। সেয়ে শংকৰ বকৰাক প্ৰথম দেখা। পাচত ইজন সিজনৰ মুখে শুনিবলৈ পালো বোলে শঙ্কৰ বকৰাই বিয়াৰ বভাৰ তলত দৰা হৈ বহি থাকোতেও সূতা কাটি আছিল বুলি।

পাচত জীৱনত শংকৰ বৰুৱাক বহু ৰকমে লগ পাইছো। একেলগে কাম কৰিছো। তেখেতৰ বিয়াত দৰা হৈ খোজকাঢ়ি যোৱা বৰযাত্ৰী-সকলৰ দৃশ্যটো মোৰ মনত আজিও ভাহি উঠে। তেখেতৰ বিয়া ১৯৩৬ চনত। মেই তেতিয়া প্ৰাইমেৰী স্কুলত পঢ়ো। মোৰ বিয়া ১৯৫৫ চনৰ আহাৰ মাহত। মোৰ বিয়াত শংকৰ বকৰা আৰু তেতিয়াৰ লগৰীয়াসকলৰ সৈতে মই দৰা হৈ ওলাওঁতে বিয়াৰ বভাৰ তলত আছিল। আমি তেতিয়া আটাইবোৰ ছ'চিয়েলিষ্ট পাৰ্টিৰ লোক। বিয়াৰ বভাতে গোলাঘাট জিলা ছ'চিয়েলিষ্ট পাৰ্টিৰ কৰ্মীসকলৰ সভা এখনো হ'ল। মই দৰা হৈ ওলাওঁতে শংকৰ বকৰাদেৱে সুধিলে। "ঐ দৰা, বিয়া কিহত যাবি। হাতীনে বাগি ?" মই কলো খোজকাঢ়ি। লগত বৰযাত্ৰী হব লগা বভাতলৰ লৰা ডেকা বুঢ়া সকলৰ বহুতে বু-বু

বা-বা কৰিলে। দবা যাবলৈ দেখোন হাতী আনিছে। গৰু গাড়ী কেইখন মানো আছে। দবা আকৌ বোলে খোজকাঢ়িহে যায়। এইটো কি দবা অ'! এনেকৈ দুই একে কলে। তেতিয়া মই কলো ওচৰৰ বিয়াত আমাৰ কোনো কোনো দবা দেখোন খোজ কাঢ়ি যায়। দুই-একে কলে সুবিধা নাই খোজ কাঢ়ি যায়; সেয়া বেলেগ কথা। আমাৰটো হাতীয়ো আছে গাড়ীয়ো আছে। উপায় নেপায় মই তেতিয়া কলো আমাৰ গুৰু শংকৰ বৰুৱাই দেখোন দবাহঁতে খোজকাঢ়ি গৈছিল। মই হাতীত গলেও বাকী বাইজসকল খোজকাঢ়িয়ে যাব। যাব মানে বুঢ়া-বুঢ়ী, ডেকাগাভৰু বহুত লোক। আমাৰো কন্যাৰ ঘৰলৈ যাব লগা বাটৰ যাওঁতে ৪ মাইলৰ অলপ বেছি। ইজন সিজন দুই-এজনে কলে ইহঁত সৱ শংকৰ হ'ল ঔ। ইহঁতক নোৱাৰ নোৱাৰ। ব'ল ব'ল দে। হুৰ। ওলা, ওলাহঁক।

এতিয়া শংকৰ বৰুৱাৰ বিপ্লৱী চৰিত্ৰলৈ ঘূৰি আঁহো। প্ৰশ্ন হৈছে শংকৰ বৰুৱাক বিপ্লৱীবীৰ বোলে কেলৈ? চমুকৈ ইয়াৰ উত্তৰ হৈছে শংকৰ বৰুৱাই বিপ্লৱ কৰিছিল কাৰণেই তেওঁকে বিপ্লৱী বোলে। বিপ্লৱ কৃতকাৰ্য্য কৰি তুলিবলৈ অহোপুৰুষাৰ্থ কৰিছিল আৰু তাৰ কাৰণে অতি ত্যাগ কষ্টৰে অতি দুৰ্যোগপূৰ্ণ পৰিস্থিতিক পৰোৱাই নকৰি নিৰ্ভীক বীৰত্বৰে এজন সাহসীয়াল বন্ধুৱা হিচাবে কাৰ্য্য সম্পাদন কৰিছিল কাৰণেই বীৰ অৰ্থাৎ বিপ্লৱীবীৰ বোলে। আত্মগোপনকাৰী শংকৰ বৰুৱাক ধৰাই দিয়া জনলৈ ৫ হেজাৰ টকাৰ পুৰস্কাৰ ঘোষণা কৰিও চৰকাৰ বিফল হ'ল। শংকৰ বৰুৱাৰ কটা মূৰটো আনি দিব পাৰিলেও ৫ হেজাৰ টকাৰ পুৰস্কাৰ ঘোষণা কৰিও চৰকাৰ বিফল হ'ল। শংকৰ বৰুৱা আৰু তেখেতৰ লগৰীয়া সহকৰ্মী বা নেতাসকলে কৰা বিপ্লৱৰ আধাৰ আৰু ধাৰা অতুলনীয়। শংকৰ বৰুৱাৰ স্বাধীনতা সংগ্ৰামৰ চৰিত্ৰ বিশেষকৈ স্বৰাজৰ শেষ যুদ্ধ তথা ভাৰত ত্যাগ আন্দোলনতে পৰিষ্কাৰ কৈ ফুটি উঠিছে। যিটো আদৰ্শ হিচাবে আজিও বৈ গ'ল আৰু জীয়াই থাকিব চন্দ্ৰ সূৰ্য্য থাকে মানে।

আমাৰ বহুতে বিপ্লৱ মানে অস্ত্ৰৰ যুঁজ বা গুলি বাৰুদ বন্দুকৰ যুঁজক

বিপ্লৱ বুলি কব খোজে। বিপ্লৱৰ আচল অৰ্থ হৈছে পৰিৱৰ্তন। ইংৰাজে যেতিয়া ৪০ কোটি ভাৰতবাসীৰ প্ৰত্যেকৰে দুহাতে দুভালকৈ পৰাধীনতাৰ লোহাৰ শিকলি লগাই বান্ধি থৈছিল আৰু সেই লোহাৰ শিকলি চিঙি প্ৰতিজন ভাৰতবাসীক দুহাতে দুভালকৈ স্বাধীনতাৰ সোণৰ গাম খাৰু পিন্ধাই দিয়াৰ গান্ধীজীৰ পৰিকল্পনা যি সাধন হ'ল সিয়ে হ'ল বিপ্লৱ। অৰ্থাৎ পৰাধীনতাৰ পৰা দেশ আৰু দেশবাসী স্বাধীন হ'ল। অৰ্থাৎ পৰিৱৰ্তন সাধন হ'ল। এনে পৰিৱৰ্তনৰ পন্থা ভাৰতবৰ্ষত হোৱাৰ দৰে অহিংসাও হব পাৰে বা অন্য কিছুমানত হোৱাৰ দৰে হিংসাও হব পাৰে। পন্থাটো বিপ্লৱ নহয়। বিষয়টোহে বা বিষয় সাধনটোহে বিপ্লৱ। সেই কাৰণেই গান্ধীজী প্ৰকৃত বিপ্লৱী। গান্ধীজীৰ ভাৰতবৰ্ষ স্বাধীনতাৰ আন্দোলন ইমান অহিংস আছিল, ১৯৪৮ চনৰ ৩০ জানুৱাৰীত গান্ধীজীক হত্যা কৰা দিনা আনকি যুদ্ধপিপাসু সেনাপতি জেনেৰেল মেক আৰ্থৰেও কৈছিল যে মহামানৱ মহাত্মা গান্ধীৰ অহিংস বিপ্লৱৰ আদৰ্শ ভৱিষ্যত পৃথিৱীখনৰ কাৰণে অনুকৰণীয় হৈ পৃথিৱীখনত ই বিৰাজ কৰিব। গান্ধীজীৰ আদৰ্শতে পৃথিৱীত শান্তি প্ৰতিষ্ঠা হব। একেদৰে গান্ধীজীৰ লগতে সেই পৰিৱৰ্তন সাধনত নিঃস্বাৰ্থ আত্মত্যাগৰ চিনাকি দিয়া শংকৰ বৰুৱা বা তেনে লোক বিপ্লৱী।

স্বৰাজৰ আন্দোলন দীঘলীয়া হোৱা বুলি আৰু স্বৰাজৰ পূৰ্ণ আন্দোলনৰ আহ্বান দিব লাগে বুলি এচাম আন্দোলনকাৰী কংগ্ৰেছ-কৰ্মীয়ে গান্ধীজীৰ ওপৰত হেঁচা দিবলৈ ধৰোতে গান্ধীজীয়ে সঠিক সময়তহে স্বৰাজৰ পূৰ্ণ আন্দোলনৰ আহ্বান দিয়া হব বুলি কৈছিল। গান্ধীজীয়ে তাৰ কাৰণে কৰ্মীসকলক পৈণত কৰি তুলিবলৈ আন্দোলনৰ মাজেৰে চেষ্টা কৰিও আছিল। প্ৰথম মহাসমৰত যুদ্ধত সহায় সহযোগ কৰিবলৈ ইংৰাজ চৰকাৰে ভাৰতবাসীক আহ্বান দিছিল আৰু কৈছিল যে মহাসমৰ শেষ হোৱাৰ পাচত ভাৰতবাসীক স্বাধীনতা দিব। সেই-মতে ভাৰতবাসীয়ে মহাসমৰত সহায়ো কৰিছিল। কিন্তু ১৯১৯ চনৰ নৱেম্বৰ মাহৰ ১১ তাৰিখে দুপৰীয়া ১১ বাজি ১১ মিনিট ১১ চেকেণ্ডত পৃথিৱীৰ প্ৰথম মহাসমৰৰ সামৰণি পৰাৰ পাচত ভাৰতবাসীয়ে ১৯২০

চনত স্বাধীনতা দিব লাগে বুলি দাবী উথাপন কৰাৰ লগে লগে স্বৰাজ বিচৰা সকলক কাৰাৰুদ্ধ কৰিছিল আৰু এই দাবীত গান্ধীজীৰ নেতৃত্বত হোৱা আন্দোলন দমন কৰিবলৈ ইংৰাজ চৰকাৰে সকলো প্ৰকাৰৰ শাস্তি বিহিছিল। ১৯২১ চনত মহাত্মা গান্ধীজীৰ নেতৃত্বত স্বাধীনতাৰ দাবীত দেশজুৰি সত্যাগ্ৰহ আন্দোলন হৈছিল। দেশখনৰ বহু হেজাৰ লোকে কাৰাবৰণ কৰিছিল। সেইদৰে ১৯৩০, ১৯৩১ চন আদিতো আন্দোলনে ব্যাপক ৰূপ ধাৰণ কৰিছিল।

আকৌ ১৯৩৯ চনত আৰম্ভ হোৱা পৃথিৱীৰ ২য় মহাসমৰ ক্ৰমে বিয়পি আহি ভাৰতবৰ্ষ পোৱাত ইংৰাজ চৰকাৰে ভাৰতবাসীক বা দেশৰ জননেতা সকলক কোনো কথা নোসোধাকৈয়ে ভাৰতবৰ্ষও ২য় মহাসমৰৰ অংশীদাৰ বুলি ঘোষণা কৰাত তাৰ প্ৰতিবাদত গান্ধীজীয়ে ব্যক্তিগত সত্যাগ্ৰহ ঘোষণা কৰি ব্যক্তিগত ভাৱে বছা বছা কংগ্ৰেছ-কৰ্মীক সত্যাগ্ৰহ কৰিবলৈ নিৰ্দেশ আৰু পৰামৰ্শ দিয়ে। শংকৰ বৰুৱাই গান্ধীজীৰ নেতৃত্বৰ প্ৰত্যেকটো আন্দোলনত কাৰাবৰণ কৰিছিল। এই সত্যাগ্ৰহ সফল হোৱাত অৰ্থাৎ ব্যক্তিগত ভাৱে কৰা সত্যাগ্ৰহত আন্দোলনৰ পাৰদৰ্শিতাত পৈণত হৈ উঠাৰ উমান পোৱাত গান্ধীজীয়ে স্বৰাজৰ সম্পূৰ্ণ আন্দোলনৰ আহ্বান দিয়াৰ সিদ্ধান্ত লবলৈ প্ৰস্তুত হ'ল। ইফালে ১৯৪১ চনৰ ৭ ডিচেম্বৰ তাৰিখে জাপানে ভাৰতৰ পূব দুৱাৰ ভলিত যুদ্ধ ঘোষণা কৰিলে। ইংৰাজ চৰকাৰে ২য় মহাসমৰত ধনে জনে ভাৰতবাসীয়ে সহযোগ কৰিব লাগে বুলি আহ্বান দি জনালে যে যুদ্ধৰ সফলতাৰ পাচত তেওঁলোকে ভাৰতবাসীক স্বৰাজ দিব। এই কথা লৈ কংগ্ৰেছৰ মাজত মত পাৰ্থক্য কিছু আহি পৰিল। পণ্ডিত জৱাহৰলাল নেহেৰুৱে ২য় মহাসমৰত ভাৰতবাসীয়ে বিপদত চৰকাৰৰ লগত বিৰোধিতালৈ নাহি অথচ সহায় সহযোগ কৰি স্বাধীনতা লব পৰা হব বুলি মত পোষণ কৰিলে। পণ্ডিত নেহেৰুৱে মিত্ৰশক্তিক বিপদত নেপেলাওঁ বুলি কলে। মহাত্মা গান্ধীয়ে নেহেৰুৰ এই কথাত সন্মত নহৈ স্বৰাজৰ সম্পূৰ্ণ আন্দোলনৰ ক্ষেণ উপস্থিত হৈছে বুলি কলে। গান্ধীজীয়ে কলে যে ইংৰাজসকলে প্ৰথম মহাসমৰৰ পাচত ভাৰতবাসীক

ঠগাৰ দৰেই ২য় মহাসমৰৰ পাচতো একেদৰেই ইংৰাজসকলে ভাৰতবাসীক ঠগিব। আনহাতে বৃটিছসকলৰ বিৰুদ্ধে ভাৰতবাসী সম্পূর্ণ সজাগ আৰু প্ৰস্তুত হোৱাৰ সময়তে আৰু বৃটিছসকল যুদ্ধত লিপ্ত থকাৰ সময়তে আন্দোলনৰ জয়লাভৰ উপযুক্ত সময় হৈছে বুলি গান্ধীজীয়ে ঠাৱৰ কৰিলে। সৱৰমতী আশ্ৰমতে বহি গান্ধীজীয়ে নিজে "ভাৰত ত্যাগ" প্ৰস্তাৱ লিখিলে। মহাভাৰতৰ কৌৰৱ-পাণ্ডৱৰ যুদ্ধত কর্ণৰ ৰথৰ চকা মেদিনীয়ে গ্ৰাস কৰাৰ সময়তে অৰ্জুনক মৃত্যুবাণ নিক্ষেপ কৰিবলৈ মহাৰথী শ্ৰীকৃষ্ণই পৰামৰ্শ দিয়াৰ দৰেই এই মহাসমৰত খেৰকুটা এগছো নিদি সহায় নকৰি ভাৰত ত্যাগ কৰিবলৈ দাবী দিয়াই স্বৰাজ লাভৰ ক্ষেণ উপস্থিত বুলি পণ্ডিত নেহেৰুহঁতক বুজাই পতিয়ন নিয়াত গান্ধীজী সফল হ'ল। আৰু ১৯৪২ চনৰ ৮ আগষ্টৰ ৰাতি বোম্বাইত বহা কংগ্ৰেছৰ ৰাষ্ট্ৰীয় কমিটিত ঐতিহাসিক "ভাৰত ত্যাগ" প্ৰস্তাৱ জৱাহৰলাল নেহেৰুৰ দ্বাৰা প্ৰস্তাৱ উত্থাপন আৰু চৰ্দাৰ বল্লভভাই পেটেলৰ দ্বাৰা সমৰ্থন কৰোৱাই গৃহীত কৰালে। গান্ধীজীৰ এই সাফল্য পৃথিৱীৰ ৰাজনীতিৰ বুৰঞ্জীত জগত থাকে মানে চিৰসঞ্জীৱিত হৈ থাকিব। ১২০০ শব্দৰে লিখা এই প্ৰস্তাৱটোক ৪০ কোটি ভাৰতবাসীৰ বুকুৰ তেজেৰে লিখা বুলি গান্ধীজীয়ে আখ্যা দিছিল। প্ৰস্তাৱটোত ২য় মহাসমৰত ভাৰতবাসীয়ে খেৰকুটা এগছো দি সহায় নকৰে, আৰু ইংৰাজসকল ভাৰতত্যাগ কৰি গুচি যোৱা বুলি আহ্বান দিয়াৰ লগতে দেশবাসীক ইয়াৰ কৃতকাৰ্য্যতাৰ কাৰণে "কৰিম নহয় মৰিম" ব্ৰতত ব্ৰতী হৈ জীৱন উছৰ্গা কৰি এই প্ৰস্তাৱ কাৰ্য্যকৰি কৰিবলৈ আকুল আহ্বান জনোৱা হ'ল। ৰাতি ১১ বজাত এই প্ৰস্তাৱ গৃহীত হোৱাৰ লগে লগেই ইংৰাজ চৰকাৰে পূৰ্বৰ প্ৰস্তুতিৰেই গান্ধীজী সমন্বিতে নেতাসকলক ৰাতি নোপুৱাওঁতেই গ্ৰেপ্তাৰ কৰিলে। গান্ধীজীহঁতক গ্ৰেপ্তাৰ কৰাৰ কথা চৰকাৰে অ'ত গোপনে ৰাখিছিল। আনফালে ৯ আগষ্টৰ পুৱালৈ কংগ্ৰেছৰ মুকলি অধিবেশন। গোৱালিয়ৰ টেংক ময়দানত এই অধিবেশনত প্ৰস্তাৱটো প্ৰকাশ হোৱা সভাত যোগ দিবলৈ হেজাৰ হেজাৰ মানুহ সমবেত হৈ লোকে লোকাৰণ্য হৈ পৰিছে।

যুদ্ধক-খানাক কৈ দুই-এজনে কথাটো উলিয়ালে যে গান্ধীজীকে ধৰি বহুত বৰেণ্য নেতাক গ্ৰেপ্তাৰ কৰিলে। বিশেষ বেলেগে গান্ধীজীহঁতক কোনোবা অজ্ঞাত ঠাইলৈ লৈ গৈছে। বোম্বাই চহৰৰ ভিক্টোৰিয়া বেলষ্টেচনত ৰৈ থকা বেলখনত গান্ধীজীহঁতৰ আচল খবৰটো লবলৈ কিছুমানে চেষ্টা কৰিলে। ইংৰাজ পুলিছসকলে ষ্টেচনলৈ মানুহ যাবলৈ বাধা দিলে। ইউচুফ মেহেৰ আলীয়ে জোৰকৈ ষ্টেচনলৈ লৈ গ'ল। তেখেতে নিজৰ পৰিচয় দিলে যে 'মই ইউচুফ মেহেৰ আলী বম্বে চিটিৰ মেয়ৰ।" তেতিয়া বৃটিছ পুলিছে নমস্কাৰ দি বাট এৰি দিয়াত মেহেৰ আলীয়ে আচল খবৰটো আনিলে যে, হয় গান্ধীজীহঁতক গ্ৰেপ্তাৰ কৰি বেলত তৰাই কোনোবা অজ্ঞাত ঠাইলৈ লৈ গৈছে। ইফালে গোৱালিয়ৰ টেংক ময়দানত গান্ধীজী আদি নেতাসকলৰ বক্তৃতা শুনিবলৈ লোকে লোকাৰণ্য। স্বাধীনতাৰ পতাকা উত্তোলনৰ আয়োজন আগদিনাৰ পৰাই যোগাৰ হৈ আছে। হেজাৰ হেজাৰ ৰাইজৰ মাজৰ পৰা শ্ৰীমতী অৰুণা আচফ আলী ওলাই আহি থৰথৰকৈ পতাকাখন উত্তোলন কৰি মাত্ৰ কলে যে, "এই মুহূৰ্তৰ পৰা বিপ্লৱ আৰম্ভ হ'ল।" এই কথাষাৰ কৈয়ে অৰুণা ৰাইজৰ মাজত বিলীন হৈ গ'ল। আৰু সেই সময়ৰ পৰাই আত্মগোপন কৰি অৰুণাই ভাৰতবৰ্ষৰ ইমূৰৰ পৰা সিমূৰলৈকে বিপ্লৱৰ বাণী প্ৰচাৰ কৰিবলৈ ধৰিলে। এই গৰাকী বীৰাঙ্গনাক ভাৰতবাসীয়ে সদায় স্মৰণ কৰিব। বাকী নেতাসকলৰ বহুতেই বন্দী হ'ল। বহুতেই আত্মগোপন কৰি নেতৃত্ব দিলে আৰু ৰাইজৰ মাজত থাকি বিপ্লৱৰ ঢৌ বোৱাই দিলে। বিশেষকৈ কংগ্ৰেছৰ ভিতৰতে যিসকল সমাজতন্ত্ৰ-বাদৰ পন্থী অৰ্থাৎ কংগ্ৰেছ চ'চিয়েলিষ্ট গ্ৰুপৰ আছিল সেই সকলে জেললৈ নগৈ আত্মগোপন কৰি হলেও দেশজুৰি আন্দোলন কৰাৰ ব্ৰত ললে। ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতবৰ্ষৰ স্বাধীনতা লাভ ঐতিহাসিক এই "ভাৰত ত্যাগ" আন্দোলনৰে সুফল লাভ। 'ভাৰত ত্যাগ" আন্দোলনৰ আন্দোলনকাৰীসকল জগতত চন্দ্ৰ সূৰ্য্য থাকে মানে চন্দ্ৰ সূৰ্য্যৰ দৰেই জিলিকি থাকিব।

শংকৰ বৰুৱা সেই সকলৰ অন্যতম এজন। পণ্ডিত জৱাহৰলাল

নেহেৰু, বল্লভভাই পেটেল, বাবু ৰাজেন্দ্ৰ প্ৰসাদ, আবুল কালাম আজাদ, চক্ৰবৰ্তী ৰাজা গোপালাচাৰী, পণ্ডিত গোবিন্দবল্লভ পন্থ আদি নেতা-সকলে আত্মগোপন কৰি ভাৰতত্যাগ দাবীৰ আন্দোলন কৰাৰ পোষকতা কৰা নাছিল যদিও ডেকা চাম কৰ্মী বিশেষকৈ কংগ্ৰেছৰ ভিতৰত থকা কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টিৰ নেতাসকলে গান্ধীজীয়ে শেষ আৰু স্বৰাজৰ সম্পূৰ্ণ আন্দোলনৰ আহ্বান দিয়াৰ প্ৰস্তুতি লোৱাৰ প্ৰাৰম্ভিক প্ৰচেষ্টা চলোৱাৰ সময়ৰে কেৱল জেইলত থাকি এনে আন্দোলন কৃতকাৰ্য্য কৰিব পৰা নহব বুলি ঠিৰাং কৰিছিল। স্বৰাজৰ এই সম্পূৰ্ণ আন্দোলন কৃতকাৰ্য্য কৰিবলৈ হ'লে বৃটিছৰ বিৰুদ্ধে আত্ম-গোপন কৰি হলেও সম্পূৰ্ণ আন্দোলনৰ যুঁজ দিব লাগিব বুলি ঠিৰাং সিদ্ধান্ত লৈছিল। সেইমতে কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টিৰ (কংগ্ৰেছৰ ভিতৰতে থকা সেইটো গ্ৰুপ) প্ৰধান সম্পাদক বিপ্লৱী পুৰুষসিংহ জয়প্ৰকাশ নাৰায়ণৰ নামত সমান্তৰাল চৰকাৰ এটা গঠন কৰিছিল "জে. পি. কাউন্সিল" নামেৰে। জে. পি. কাউন্সিলৰ নেতৃত্ব দিছিল জয়প্ৰকাশ নাৰায়ণ, ড° ৰামমনোহৰ লোহিয়া, আচাৰ্য্য নৰেন্দ্ৰদেৱ, অৰুণা আছফ আলী আদিয়ে। শংকৰ বৰুৱাকে ধৰি আন কেইবাজনো আগশাৰীৰ বিপ্লৱীক সমগ্ৰ ভাৰতবৰ্ষখনৰ সংগঠনৰ দায়িত্ব অৰ্পণ কৰা হৈছিল। জে. পি. কাউন্সিলে আন্দোলনৰ আঁচনি তৈয়াৰ কৰি আন্দোলনৰ পথ নিৰ্ণয় কৰি লৈছিল। পূব ভাৰতৰ অঞ্চলটোৰ দায়িত্ব পৰিছিল শংকৰ বৰুৱাৰ ওপৰত। শংকৰ বৰুৱাই অতি নিষ্ঠাৰে এই দায়িত্ব পালন কৰিছিল। পৃথিৱীৰ ২য় মহাসমৰৰ তাণ্ডৱ লীলাই পূৰ্ব ভাৰত বিশেষকৈ অসম ৰাজ্যত অতিকৈ জঘন্য ৰূপ লৈছিল। পৃথিৱী জয়ৰ পৰিকল্পনাৰে জাৰ্মান নায়ক হিটলাৰ আৰু জাপানৰ মহাশক্তিয়ে ইংৰাজসকলক বিব্ৰত কৰি তুলিলে। ইংৰাজ, আমেৰিকা, চোভিয়েট, ৰাচিয়া আদি পৃথিৱীৰ অসংখ্য শক্তিৰ সমাবোহেৰে গঠিত মিত্ৰশক্তিৰ লগত জাৰ্মান জাপানৰ তীব্ৰ আৰু ভয়াময়া যুদ্ধ। আনহাতে জাপানেদি আদি নেতাজী সুভাষ চন্দ্ৰ বসুৰ নেতৃত্বত প্ৰবাসত গঢ়ি উঠা ভাৰত মুক্তিবাহিনী "আজাদ হিন্দ ফৌজ"ৰ ভাৰতৰ পূব দুৱাৰেদি প্ৰৱেশ কৰি

দিল্লী মুক্তব অৰ্থে "দিল্লী চলো" ধ্বনিৰে তুমুল যুদ্ধ। অসম হৈ পৰিছিল যুদ্ধৰ মূল স্থান। অৰ্থাৎ ৰণক্ষেত্ৰ। ভাৰতভূমিত নেতাজীয়ে স্বাধীন পতাকা উৰুৱালেহি। এনে এখন যুদ্ধ নিজে চকুৰে দেখিলেও বৰ্ণনা কৰা অতি কঠিন। ভাৰতৰ আন্দোলনকাৰী সকলে নেতাজীৰ লগতো সম্পৰ্ক ৰাখিব লাগে আৰু তেনে এখন যুদ্ধত চৰকাৰক খেৰকুটা এগছো দি সহায় নকৰিবলৈ, ভাৰতভূমিৰ মুক্তিকামী বিপ্লৱীসকলৰ আহ্বান। আৰু লগে লগে এক ধনিষ্ঠাও সময় অতিবাহিত নকৰি ইংৰাজসকল ভাৰত ত্যাগ কৰি সাত সাগৰ তেৰ নদী পাৰ হৈ গুচি যাবলৈ চৰকাৰলৈ দাবীৰ আহ্বান। এই কাৰ্য্য সম্পাদন কৰিবলৈ "কৰিম নহয় মৰিম" এই ব্ৰতত ব্ৰতী হৈ ইংৰাজ চৰকাৰৰ চকুত ধূলি মাৰি আত্মগোপনেৰে আন্দোলন সংগঠিত কৰা কিমান কঠিন কাম তাক কলমেৰে বুজাব নোৱাৰি। ইয়াক বুজিব লাগিব উপলব্ধিৰেহে। অন্যহাতে ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ ২য় মহাসমৰক জন যুদ্ধ বুলি ভাৰতভূমিত ঘোষণা। অৱশ্যে কিছু কমিউনিষ্ট কৰ্মীয়ে ভাৰত ত্যাগ আন্দোলনত সহযোগ কৰি কাৰাবৰণ নঘটাও নহয়।

যুদ্ধত ইংৰাজ মিত্ৰশক্তিক সহায় নকৰা বা নকৰিবলৈ কোৱা কথা কেৱল মুখৰ কথা নাছিল। ইয়াক কাৰ্য্যতঃ কাৰ্য্যকৰী কৰিবলৈ হ'লে মিলিটেৰী অহা-যোৱা বন্ধ কৰোৱা, খোৱা-বোৱাৰ ৰছদপাতিৰ যোগান বন্ধ কৰোৱা, যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ সৰঞ্জাম নষ্ট কৰা বা সময়মতে নিৰ্দিষ্ট সময়ত পাবগৈ নোৱাৰা কৰাৰ ব্যৱস্থা, সৈন্যবাহিনী আৰু চৰকাৰক নানাভাৱে বিপদত পেলোৱা, ভাৰতীয়লোকে সৈন্যবাহিনীত যোগ নিদিবলৈ আহ্বান কৰা; ভাৰতীয় সৈন্যক যুদ্ধ বৰ্জন কৰিবলৈ দিয়া আহ্বানৰ নিচিনা সুদূৰ-প্ৰসাৰি কঠোৰ আহ্বান আছিল। তদুপৰি নেতাবিহীন অৱস্থাত আন্দোলন কিছু সেমেকি পৰিল। ইতিমধ্যে জয়প্ৰকাশ নাৰায়ণ, ড° ৰামমনোহৰ লোহিয়া, পণ্ডিত ৰামানন্দন মিশ্ৰ, অচ্যুত পট্টবৰ্দ্ধন, সুকয় নাৰায়ণ সিং এই পাঁচজন নেতা বিহাৰৰ হাজাৰিবাগ জেইলৰ পৰা জেইলৰ দেৱাল বগাই পলাই আহি আন্দোলনৰ নেতৃত্ব দিয়াত আন্দোলন পুনৰ সজীৱ হৈ উঠিল। জয়প্ৰকাশ নাৰায়ণে

ইংৰাজী আৰু হিন্দী ভাষাত "চিপাহীৰ প্ৰতি" নামাকৰণেৰে লিখা পুস্তিকা তুখন সৈন্যবাহিনীৰ শিবিৰত গোপনভাবেই বিলোৱা হৈছিল। জয়প্ৰকাশ নাৰায়ণে নিজে ছদ্মবেশেৰে সৈন্যৰ পোছাক পৰিধানেৰে বৃটিছৰ যুদ্ধৰ আকাশী জাহাজেৰে গৈ আকাশমাৰ্গৰ পৰা শ' শ' পুস্তিকা সৈন্যৰ বিভিন্ন শিবিৰত বিলাই দি সৈন্যৰ মাজত আন্দোলন গঢ়ি তুলিছিল ভাৰতীয় সৈন্যসকলক বৃটিছ যুদ্ধবিৰোধী কৰি। তদুপৰি ড° ৰামমনোহৰ লোহিয়া আৰু উষা মেহতাই বম্বেৰ এক গোপন স্থানত গোপন অঁনাতাৰ ট্ৰেন্সমিটাৰ বহুৱাই কংগ্ৰেছ ৰেডিঅ'ৰ নামত দেশজুৰি আন্দোলনৰ প্ৰচাৰ আৰু নেতাসকলৰ বাণী নিতৌ প্ৰচাৰ কৰে। এনে ৰেডিঅ' ব্ৰদকাষ্টিং গোপন ভাৱে কাৰ্য্য পৰিচালনা কৰা কিমান কঠিন আছিল তাক বহুলাই নকলেও হব। তদুপৰি এনে গোপন প্ৰচাৰিত বাণীবোৰ লৈ ভলন্টিয়াৰ আৰু ৰাইজক অৱগত কৰোৱাটো আৰু সেইদৰে সংগঠন কৰাত শংকৰ বৰুৱাহঁতৰ দৰে কৰ্মী আৰু নেতাসকল ব্ৰতী হৈ পৰিছিল। ইফালে দক্ষিণ-পূব এচিয়াৰ পৰা নেতাজী সুভাষ চন্দ্ৰ বসুৰ "আজাদ হিন্দ" ৰেডিঅ'ৰ যোগেদি গান্ধীজী সমন্বিতে বন্দী হৈ থকা জাতীয় নেতাসকলৰ গুণগান প্ৰচাৰ আৰু প্ৰতিৰোধ আন্দোলন শক্তিশালী কৰি তুলিবলৈ জনসাধাৰণলৈ আহ্বান জনোৱা বক্তৃতা প্ৰায়েই প্ৰচাৰ হবলৈ ধৰিলে। মাজতে জয়-প্ৰকাশ নাৰায়ণ আৰু ড° ৰামমনোহৰ লোহিয়াই ভাৰত সীমান্ত পাৰ হৈ নেপালৰ কুশী নৈৰ পাৰৰ এক অজ্ঞাত ঠাইত গোপনে প্ৰশিক্ষণৰ শিবিৰ পাতি আন্দোলনৰ ভলণ্টিয়াৰ সকলক প্ৰশিক্ষণ দিয়ে আৰু নেপালৰ মাতৃকা প্ৰসাদ কৈৰালা, বিশ্বেশ্বৰ প্ৰসাদ কৈৰালা এই ভ্ৰাতৃদ্বয়ৰ সহায়ত ড° লোহিয়াই নেপালৰ নেপালী কংগ্ৰেছ পাৰ্টি গঠন কৰে। সেই সময়ত ভাৰত চৰকাৰৰ চোৰাং চোৱাই ধৰা পেলায় ড° ৰাম-মনোহৰ লোহিয়া আৰু জয়প্ৰকাশ নাৰায়ণক গ্ৰেপ্তাৰ কৰি নেপালৰ বিৰাট নগৰ জেইলত বন্দী কৰি ৰাখে। বিহাৰৰ "আজাদ হিন্দ দস্তা" নামৰ বিপ্লৱী সংগঠনৰ বিপ্লৱী ভলণ্টিয়াৰসকলে এদিন নিশা বিৰাট-নগৰ জেইল আক্ৰমণ কৰি জেইল ভাঙি ড° লোহিয়া আৰু জয়প্ৰকাশক

উলিয়াই আনে। এই আন্দোলনে ভাৰতীয় সৈন্যবাহিনী আৰু পুলিছবাহিনীৰ লোকৰ মাজতো প্ৰভাৱ নপৰাকৈ থকা নাছিল। সেই সময়ত দেশৰ বিভিন্ন ঠাইত চৰকাৰী শাসন যন্ত্ৰ ভাগি পৰিছিল। বঙ্গ, বিহাৰ, উত্তৰ প্ৰদেশ, মহাৰাষ্ট্ৰ আদিৰ ভালেবোৰ জিলাত ৰাইজৰ বিকল্প চৰকাৰ গঢ়ি তুলি প্ৰশাসন আৰু আইন-শৃংখলা ৰক্ষাৰ দায়িত্ব পৰিচালনা কৰিছিল। অসমৰো নগাঁও জিলাত তেনে এটা পৰিস্থিতিত ৰাইজৰ চৰকাৰ কিছু সময়ৰ কাৰণে হৈছিল। '৪২-ৰ স্বৰাজৰ আন্দোলনত অসমৰ কুশল কোঁৱৰৰ ফাঁচী হৈছিল, কণকলতা, মুকুন্দ কাকতি, ভোগেশ্বৰী ফুকননীকে আৰম্ভ কৰি বহুত কেইজন লোকে পুলিছৰ গুলীক বুকু পাতি লৈছিল। অসমৰ অবিহণা এই আন্দোলনত লেখত লবলগীয়া।

২য় মহাসমৰৰ তুমুল যুদ্ধৰ স্থলি হৈ পৰা ডিমাপুৰত টেলিফোন, টেলিগ্ৰামৰ সকলো যোগাযোগ বিচ্ছিন্ন কৰি দিবলৈ পূব-ভাৰতৰ সংগঠক শংকৰ বৰুৱাৰ ওপৰত থকা জে. পি. কাউন্সিলৰ দায়িত্ব আৰু নিৰ্দেশ কিছু পালিত হৈছিল যদিও সম্পূৰ্ণ ভাৱে পালন কৰিব নোৱাৰাত শংকৰ বৰুৱাই বৰ আক্ষেপ কৰিছিল, তেখেতে মুক্তি লাভ কৰাৰ পাচত জীৱনৰ সেই আন্দোলনৰ কাহিনী বৰ্ণনা কৰোতে। এই আন্দোলনত অতি দুঃসাহসিকতাৰ পৰিচয় দিয়া আৰু শংকৰ বৰুৱাৰ লগত সকলো সময়তে যোগাযোগ ৰখা আৰু আন্দোলন তীব্ৰগতিত আগবঢ়াই নিয়াত সাৰ্থক সক্ৰিয় ভেকা কৰ্মীসকলৰ ভিতৰত শ্ৰীলক্ষ্যধৰ চৌধুৰী, শ্ৰীলক্ষ্মীপ্ৰসাদ গোস্বামী, শ্ৰীসুবুধ হাজৰিকা আদি সকল অন্যতম অসাধাৰণ বিপ্লৱী আছিল। আন্দোলনৰ আৰু আত্মগোপনকাৰী সকলৰ গুপুত খবৰবাৰ্ত্তাবোৰ অ'ৰ খবৰ ত'ত দিবলৈ কম বয়সীয়া সৰু সৰু লৰাৰ এটা বান্দৰ সেনাবাহিনীও আছিল। গোলাঘাটত এই বান্দৰ সেনাবাহিনীৰ মুখ্য ভূমিকাত আছিল মাণিক দত্ত। মাণিক দত্তই শংকৰ বৰুৱাৰ লগত গাৰ ছাঁটোৰ দৰে থাকি কাম কৰিছিল। শংকৰ বৰুৱাই সংগঠনৰ কামত ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত আগতেও ভ্ৰমণ কৰিছিল যদিও ১৯৪২-৪৫ চনৰ এই আন্দোলনৰ সময়ছোৱাত

দেশখনৰ ইমূৰৰ পৰা সিমূৰলৈকে ভ্ৰমণ কৰি সকলো ঠাইৰ বিপ্লৱী সকলৰ লগত যোগাযোগ ৰক্ষা কৰিছিল।

অতি পৰিশ্ৰমী অথচ খোৱা-পিন্ধাত, থকা মেলাত, শুৱা চকাত অতি সহজ সৰল স্বভাৱৰ শংকৰ বৰুৱা ডাঙৰীয়াই ভাৰতবৰ্ষ দেশখনৰ য'লৈকে যায় যিকোনো লোকৰ ঘৰত সোমায় যিহকে পায় তাকে খাই লব পৰা এজন এক বেলেগ চৰিত্ৰৰ মানুহ আছিল। আনকি খোৱাৰ সময়ত কোনো এঘৰ মানুহৰ ঘৰত সোমাওঁতে যদি মজিয়াত ঘৰৰ কাৰোবাৰ্লৈ বান্ধনীয়ে ভাত শাক বাঢ়িছে তেনে ক্ষেত্ৰত কাৰ ভাত কালৈ বাঢ়িছে কাকো নোসোধাকৈ বৰুৱা ডাঙৰীয়া ভাতৰ পাতত বহি গৈছিল। গৃহস্থই কিবা কবনেকি তেনে কোনো ভাবকে তেখেতে মনলৈ নানিছিল। আমাক তেখেতে কৈছিল, খোৱাৰ সময়ত যি পায় তাকে খাই লবিহঁক। ভাত নাই নাই। আম কঁঠাল আদি যি পায় তাকে খাই পেটটো ভৰাই লবিহঁক। আন্দোলনৰ পাচৰ কালছোৱাত ছ'চিয়েলিষ্ট পাৰ্টি বা ছ'চিয়েলিষ্ট আন্দোলনৰ অসম ৰাজ্যখনৰ যিকোনো ঠাইৰ সভা-সমিতিলৈ আমি গ'লে প্ৰতিনিধি শিবিৰত আমি গোলাঘাটৰ প্ৰতিনিধিসকলে এষাৰ কথা কাণত পৰা পাইছিলো যে এওঁলোক শংকৰ বৰুৱাৰ গোলাঘাটৰ প্ৰতিনিধি। এওঁলোক পকা পাকৈত কৰ্মী আদি ইত্যাদি। এনে কথা শুনি আমাৰ বুকু ভাঠ লাগি গৈছিল। শংকৰ বৰুৱাৰ প্ৰভাৱ সকলোৰে ওপৰত।

যদিও ১৯৩০ চনতে নাছিক জেইলত থকাকালতে কংগ্ৰেছৰ ভিতৰৰে সমাজবাদী চিন্তাৰ ডেকা চাম কৰ্মীৰ মাজত ছ'চিয়েলিষ্ট পাৰ্টিৰ জন্ম হৈছিল তথাপি বন্দীসকলে জেইলৰ পৰা মুক্তি লাভ কৰাৰ পাচত ১৯৩৪ চনত পাটনা চহৰত আচাৰ্য্য নৰেন্দ্ৰদেৱৰ সভাপতিত্ব মুকলি অধিবেশনত কংগ্ৰেছৰ ভিতৰতে কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টি নীতিগত ভাৱে গঠন হয়। শংকৰ বৰুৱা ডাঙৰীয়া কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টিৰ এজন বিশিষ্ট লোক। এই ছ'চিয়েলিষ্ট সকলেই '৪২চনৰ ভাৰতত্যাগ আন্দোলনৰ শুৰি ধৰিছিল আৰু নেতৃত্ব দিছিল।

'৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ মাজভাগতে বিপ্লৱীসকলৰ

জয়প্ৰকাশ নাৰায়ণ, ডঃ ৰামমনোহৰ লোহিয়া আদি সকলো পুনৰ বন্দী হয়। অৱশেষত ডঃ লোহিয়া, জয়প্ৰকাশ নাৰায়ণ আদি অনেক বিপ্লৱী পুৰুষসকল জেলত আবদ্ধ থকা সুবিধাতে আৰু শংকৰ বৰুৱাইতৰ দৰে তেতিয়াও ধৰা নপৰাকৈ আত্মগোপন কৰি থকা নেতা-নেত্ৰীসকলক আৰু মহামানৱ মহাত্মা গান্ধীকো আওকাণ কৰি পণ্ডিত জৱাহৰলাল নেহেৰুৱে বৃটিছ বৰলাটৰ লগত চুক্তিবদ্ধ হৈ ১৯৪৬ চনৰ নিৰ্বাচনত অৱতীৰ্ণ হ'ল। গোলাঘাট জিলা কংগ্ৰেছৰ নিৰ্বাচনৰ প্ৰাৰ্থীত্ব দিয়ালৈ তুমুল বাক-বিতণ্ডা হ'ল। এভাগ কৰ্মীয়ে শংকৰ বৰুৱাক গোলাঘাট দক্ষিণ সমষ্টিত প্ৰাৰ্থীত্ব দিব লাগে বুলি যুক্তি প্ৰদৰ্শন কৰিলে। আত্মগোপন কৰি থকা শংকৰ বৰুৱাৰ হৈ মনোনয়নপত্ৰ দিবলৈ যাওঁতে যদি গ্ৰেপ্তাৰ হব লগা হয় তাৰ কাৰণেও গ্ৰেপ্তাৰ বৰণ কৰিবলৈও কোনো কোনো লোক সাজু হ'ল। কিন্তু ওপৰৱলাসকলে নিদিলে। তেতিয়া ভাল দিন আহিছে নতুন নতুন লোক কংগ্ৰেছলৈ আমদানি হৈছে। জৱাহৰলাল নেহেৰুহঁতে সমাজবাদী সকলক আঁতৰাই দেশী-বিদেশী পুঁজিপতি সকলৰ লগত মিতিৰালি পাতিছে। তেনে অৱস্থাত শংকৰ বৰুৱাক কংগ্ৰেছে প্ৰাৰ্থীত্ব নিদিলে। ১৯৪৬ চনৰ ৰাজ্য বিধানসভাৰ নিৰ্বাচনৰ প্ৰাৰ্থীসকলে মনোনয়নপত্ৰ দাখিল কৰাৰ কেইদিনমান পাছতে শংকৰ বৰুৱা ধৰা পৰে নুমলীগড়ৰ ধনশ্ৰী দলঙৰ ওপৰত। গোলাঘাটৰ পৰা নগাঁও অভিমুখে গৈ থাকোঁতে এখন ষ্টেচন ৱেগণ মটৰ গাড়ীত। গাড়ীৰ চালক আছিল বিষ্ণু গোঁহাই। বিষ্ণু গোঁহায়ো আন্দোলনৰ এজন সহকৰ্মীয়েই আছিল। আত্মগোপন কৰি থকাকালত নানা সময়ত নানা ৰূপত বৰুৱা ভাওৰীয়াই ছদ্মবেশ ধৰিব লগা হৈছিল বুলি সেই সময়ত জনসাধাৰণৰ মুখত প্ৰচাৰ হৈছিল। অৱশেষত ধৰা পৰাৰ সময়ত তেখেতে খদ্দৰ চুৰিয়া চোলা জহৰ কোট আৰু মূৰত বগা গান্ধী টুপী পিন্ধা অৱস্থাতে ধৰা পৰে। তাৰপাচত গোপীনাথ বৰদলৈৰ নেতৃত্বত গঠিত অসম চৰকাৰে তেখেতৰ ওপৰত থকা সকলো গোচৰ প্ৰত্যাহাৰ কৰাত সম্পূৰ্ণ মুক্তি লাভ কৰে।

শংকৰ চন্দ্ৰ বৰুৱা গান্ধীবাদী। কিন্তু এজন সমাজবাদী আছিল। চ'চিয়েলিষ্ট পাৰ্টিৰ বৈজ্ঞানিক সমাজতন্ত্ৰবাদত তেখেতে বিশ্বাস কৰিছিল। তদুপৰি চ'চিয়েলিষ্ট পাৰ্টিৰ শ্ৰেণী-সংগ্ৰামৰ নীতিত সমাজবাদ প্ৰতিষ্ঠাৰ আধাৰত আত্মনিয়োগ কৰিছিল। ১৯৪৬ চনত গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰত ড° ৰামমনোহৰ লোহিয়াৰ উপস্থিতিত চ'চিয়েলিষ্ট পাৰ্টিৰ কৃষক আৰু কৃষকৰ স্বাৰ্থত কাম কৰাৰ প্ৰতিশ্ৰুতিৰ কৰ্মীসকলৰ সভাত গঠিত হোৱা "হিন্দ্ কিষাণ পঞ্চায়ত" (অসম ৰাজ্যিক শাখাৰ) শংকৰ বৰুৱা ৰাজ্যিক সভাপতি আৰু লক্ষ্মীপ্ৰসাদ গোস্বামী প্ৰধান সম্পাদক নিৰ্বাচিত হয়। এখেত সকলৰ যত্নত সমগ্ৰ অসমৰ সকলো জিলা আৰু অঞ্চলতে হিন্দ্ কিষাণ পঞ্চায়তৰ শাখা-প্ৰশাখা গঠিত হয়। হিন্দ্ কিষাণ পঞ্চায়তৰ মূল কেন্দ্ৰীয় কমিটিৰ সভাপতি ড° ৰামমনোহৰ লোহিয়া আৰু প্ৰধান সম্পাদক পণ্ডিত ৰামানন্দন মিশ্ৰ আছিল। ১৯৩৪ চনৰ পৰা ১৯৪৮ চনৰ এপ্ৰিললৈকে কংগ্ৰেছ পাৰ্টিৰ ভিতৰতে থকা কংগ্ৰেছ চ'চিয়েলিষ্ট পাৰ্টিয়ে কংগ্ৰেছ ত্যাগ কৰি "চ'চিয়েলিষ্ট পাৰ্টি" নামে প্ৰতিষ্ঠা লাভ কৰে। ১৯৪৮ চনৰ এপ্ৰিল মাহৰ প্ৰথম সপ্তাহতে বোম্বাই প্ৰদেশৰ নাছিক চহৰত পুৰুষোত্তম দাস ত্ৰিকম দাসৰ সভাপতিত্বত বহা মুকলি সন্মিলনত এই সিদ্ধান্ত গ্ৰহণ কৰা হয়। গান্ধীজীবিহীন কংগ্ৰেছ আৰু পণ্ডিত জৱাহৰলাল নেহেৰুইতৰ নেতৃত্বত দেশৰ শাসনভাৰ চলাবলৈ লোৱাৰ প্ৰথম অৱস্থাতেই পৰিষ্কাৰ হ'ল যে কংগ্ৰেছ পাৰ্টিৰ নেতৃত্ব ভাৰতবৰ্ষত অদূৰ ভৱিষ্যতেও সমাজবাদ প্ৰতিষ্ঠা নহব। গতিকে কংগ্ৰেছ পাৰ্টিৰ অন্তৰ্ভুক্ত থাকি সমাজবাদী সকলে দেশত সমাজতন্ত্ৰবাদৰ প্ৰতিষ্ঠাৰ সপোন নফলিয়াব বুলি ঠাৱৰ কৰিয়েই স্বতন্ত্ৰভাৱে চ'চিয়েলিষ্ট পাৰ্টিৰ জন্ম দিয়া হ'ল। চ'চিয়েলিষ্ট পাৰ্টিৰ প্ৰধান সম্পাদক জয়প্ৰকাশ নাৰায়ণ নিৰ্বাচিত হ'ল। তেখেত কংগ্ৰেছ চ'চিয়েলিষ্ট পাৰ্টিৰ দিনতো পাৰ্টিৰ প্ৰধান সম্পাদক আছিল।

অসম ৰাজ্যিক কমিটিৰ ৰাজ্যিক সম্পাদক হৰেশ্বৰ গোস্বামী নিৰ্বাচিত হয়। অসমত কংগ্ৰেছ চ'চিয়েলিষ্ট পাৰ্টি গঠন হোৱা প্ৰথম

ৰাজ্যিক কমিটিৰ পৰা চ'চিয়েলিষ্ট পাৰ্টিৰ কাৰ্য্যকালত সদায় সকলো সময়তে অসম ৰাজ্যিক কমিটিৰ গুৰুত্বপূৰ্ণ সদস্যপদৰ ভূমিকাৰে শংকৰ বৰুৱাই কাৰ্য্য নিৰ্বাহ কৰি আছিল। চ'চিয়েলিষ্ট পাৰ্টিৰ আৰু হিন্দ্ কিষাণ পঞ্চায়তৰ কেন্দ্ৰীয় কমিটিতো তেখেত সদস্য থাকি কাৰ্য্য নিৰ্বাহ কৰিছিল। স্বৰাজ লাভৰ প্ৰথম দশকত অসম ৰাজ্যৰ বিভিন্ন ঠাইত হোৱা আন্দোলন বিলাকত বিশেষকৈ গোলাঘাটৰ ঐতিহাসিক ঘিলাধাৰী চ'চিয়েলিষ্ট সত্যাগ্ৰহী পথাৰৰ কৃষক আন্দোলন তেনেকৈয়ে চিপাৰাৰ, নাগশংকৰ, নকছাৰি, সৰু চৰাই, টিয়ক জয়পুৰ আদিত হোৱা কৃষক আন্দোলনত শংকৰ বৰুৱাৰ্ বৰঙণি অতি উল্লেখনীয়। স্বৰাজ আন্দোলনৰ সময়ত গান্ধীজীৰ আদৰ্শ প্ৰতিষ্ঠাৰ অৰ্থে গঠন কৰা আশ্ৰমবিলাকৰ উপৰিও দলীয় ৰাজনীতিত সক্ৰিয় ভূমিকাত থকাৰ উপৰিও বৰুৱা ডাঙৰীয়া ৰাজ্যখনৰ বিভিন্ন ঠাইত স্কুল, কলেজ প্ৰতিষ্ঠা কৰা, বিয়া সৰাহ ভাওনা আদি মাঙ্গলিক সামাজিক কামত নিজক সদায় আত্মনিয়োগ কৰিছিল। নিজহাতে হালবাই খেতিও কৰিছিল। বৰুৱাদেৱৰ গোলাঘাট নগৰৰ ঘৰৰ পিচফালে থকা দ হোলাটোত আমিও হালবাই পাইছিলো। সমবায় আন্দোলনত বৰুৱা ডাঙৰীয়াই অৰ্থনীতিৰ ক্ষেত্ৰত অটল বিশ্বাস কৰিছিল। সেইদৰে সংগঠনো কৰিছিল। গোলাঘাটৰ বৰুৱা বামুণগাঁৱৰ অসম সমবায় চেনিকলৰ উন্নতিত বৰুৱা-দেৱৰ বৰঙণি উল্লেখনীয়। তদুপৰি গোলাঘাট দেৱৰাজ ৰয় মহাবিদ্যালয়, কৰকাটি হাইস্কুল, গোলাঘাট টাউন হিন্দী হাইস্কুল আদি প্ৰতিষ্ঠাত তেখেতৰ বৰঙণি পাহৰিব নোৱাৰা এক অধ্যায় হৈ সদায় থাকিব। স্বৰাজৰ '৪২ চনৰ আগষ্ট বিপ্লৱৰ পাচৰ কালছোৱাত চ'চিয়েলিষ্ট পাৰ্টিৰ আৰু চ'চিয়েলিষ্ট সকলৰ নেতৃত্বৰ যি কোনো কৃষক, শ্ৰমিক, যুৱক মহিলা আদিৰ ধৰ্মঘট সত্যাগ্ৰহ আদি নানা আন্দোলনত আৰু সভা-সমিতি শোভাযাত্ৰা সন্মিলন আদিত শ্লোগান হৈছিল—

"গান্ধী লোহিয়া জয়প্ৰকাশ"
ইনকিলাব জিন্দাবাদ্

শংকৰ লোহিয়া জয়প্ৰকাশ

ইনকিলাব জিন্দাবাদ

গান্ধী, অৰুণা, শংকৰ লোহিয়া জয়প্ৰকাশ

ইনকিলাব, জিন্দাবাদ্ আদি।

শংকৰ বৰুৱাই স্বৰাজ আৰু দেশত সমাজবাদী সমাজ গঠন প্ৰতিষ্ঠাৰ অৰ্থেই আত্মোৎসৰ্গ কৰি নিজৰ জীৱনপাত কৰি গ'ল। তেখেতে নিজে বিচৰাৰ দৰে সমাজ গঠন প্ৰতিষ্ঠা নোহোৱাত জীৱনৰ শেষকালত বৰ দুখ কৰিছিল।

তেখেতৰ বিদেহী আত্মাই পৰম শান্তি লাভ কৰক। তেখেতৰ পৰিয়ালবৰ্গ লৈয়ো আমাৰ শ্ৰদ্ধা আৰু চেনেহ থাকিল। দেশৰ উঠি অহা চামে বিপ্লৱৰ অচল পথ নিৰ্ণয় কৰি লওক। ভাৰতবৰ্ষখনত ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক এই সকলো ক্ষেত্ৰতে মানুহ আৰু মানুহৰ মাজত থকা সকলো বৈষম্য আঁতৰাই সমতা প্ৰতিষ্ঠা কৰিবলৈ আগবাঢ়ি আহক। তাকেই বিপ্লৱীবীৰ শংকৰ চন্দ্ৰ বৰুৱাৰ স্মৃতিত কামনা কৰিলো।

---

# বিয়াল্লিশৰ বিপ্লৱৰ এজন নায়ক

—হেম দত্ত

এইয়া বিয়াল্লিশৰ বিপ্লৱৰ এখিলা পাত।

দ্বিতীয় মহাসমৰত দক্ষিণ-পূব এচিয়াত জাপানৰ অপ্ৰতিহত অগ্ৰগতিত চিঙ্গাপুৰ, মালয়, ৰেঙ্গুনৰ পৰা বৃটিছে পৃষ্ঠভংগ দিছে। যুদ্ধৰ পৰিৱৰ্তিত পৰিস্থিতিত বৃটিছৰ পৰিৱৰ্তে জাপানৰ ওচৰত শৰণাপন্ন হ'বলৈ সাজু হোৱাই ভাৰতৰ কৰ্ত্তব্য হ'ব নেকি—এই প্ৰশ্নই সেইদিনা ভাৰতবাসীৰ মন উগুল-থুগুল কৰিছিল। ভাৰতক ৰক্ষা কৰাৰ শক্তি বৃটিছে প্ৰায় হেৰুৱাইছিল আৰু নিজৰ চেষ্টাৰে আত্মৰক্ষা কৰাৰ উপায়ো ভাৰতৰ নাছিল। আগতে কেতিয়াও অনুভৱ নকৰা এক অনিশ্চয়তা আৰু অসহায় অৱস্থাই মেঘাচ্ছন্ন কৰি পেলাইছিল দেশখনক। নৈৰাশ্যই ঠেলি দিছিল ভাৰতবাসীক নিজ পথ ল'বলৈ। এনে পটভূমিত আগষ্ট মাহৰ ৮ তাৰিখে বোম্বেত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে মহাত্মা গান্ধীৰ নেতৃত্বত প্ৰসিদ্ধ "ভাৰত ত্যাগ" প্ৰস্তাৱ গ্ৰহণ কৰি ইতিহাস ৰচনা কৰিছিল। প্ৰস্তাৱ গ্ৰহণৰ পাচতেই ৯ আগষ্টৰ পুৱতি নিশাতে বৃটিছ চৰকাৰে মহাত্মা গান্ধীকে প্ৰমুখ্য কৰি ৱৰ্কিং কমিটিৰ সকলো সদস্যকে বন্দী কৰি ৰচিছিল এক নতুন পটভূমি। অসমৰো প্ৰায় সকলো নেতাকে জেললৈ নিলে। সেই মুহূৰ্ত্তত দেখা দিছিল এক জাতীয় সংকট। জনতাৰ আস্থাভাজন নেতাসকলক কাৰাগাৰৰ ভিতৰত থৈ বৃটিছে মূলতঃ দেশবাসীক নিজ পথ বাছি ল'বলৈ বাধ্য কৰিছিল।

৯ আগষ্টৰ গ্ৰেপ্তাৰী অভিযানৰ পাচতেই কিছুমান নেতা আৰু কৰ্মীয়ে পুলিচৰ হাত সাৰিবলৈ আত্মগোপন কৰিছিল। শংকৰ বৰুৱাই কৈছিল, দেশৰ এনে সন্ধিক্ষণত জেলৰ ভিতৰত পচি থকাৰ কোনো মানে নাই। সেয়ে গ্ৰেপ্তাৰৰ হাত সাৰিবলৈ আত্মগোপন কৰিছিল শংকৰ বৰুৱা, লক্ষ্মীপ্ৰসাদ গোস্বামী, জ্যোতিপ্ৰসাদ আগৰৱালা আদি বহুতে।

শংকৰ বৰুৱাৰ আত্মগোপন তথা ৰহস্যময় অন্তৰ্ধানে উজনি অসমত চাঞ্চল্যৰ সৃষ্টি কৰিছিল, চোৰাংচোৱাই বৰুৱাক বিচাৰি চলাথ কৰিছিল। উৰণীয়া চৰাইৰ দৰে বৰুৱাই কোন মুহূৰ্ত্তত কোনখিনি পাইছিলগৈ তাৰ উৱাদিহ পাবলৈ নাছিল। বৰুৱা আছিল ল'বা-বুঢ়া, জীয়ৰী-বোৱাৰী সকলোৰে আস্থাভাজন আপোনজন। সেয়ে, গঞাৰ মাজতে ছদ্মবেশে থাকি সংগঠন আৰু আন্দোলনৰ কামত আত্মনিয়োগ কৰি বৃটিছৰ বাবে সন্ত্রাস সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। বৃটিছ চৰকাৰে বৰুৱাক ধৰি দিবৰ বাবে দহ হেজাৰ টকাৰ পুৰস্কাৰ ঘোষণা কৰিছিল। শংকৰ বৰুৱাক বিচাৰি পুলিচ মিলিটেৰীয়ে তেখেতৰ ঘৰৰ সৰ্বস্ব বাজেয়াপ্ত কৰিছিল।

ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাসত বিয়াল্লিশৰ বিপ্লৱও অসমৰ বৰঙণি এটা সোণোৱালী অধ্যায়। চিঙ্গাপুৰৰ পতনৰ পাচত অসমেই হৈ পৰিছিল মিত্ৰশক্তিৰ প্ৰাচ্য ৰণাঙ্গণৰ প্ৰধান ঘাটি। হাবিয়ে-বননিয়ে পতা মিলিটেৰীৰ শিবিৰ আৰু নগৰে-চহৰে হোৱা সৈন্য সমাবেশৰ মাজতো বিপ্লৱ গঢ়ি তুলিবলৈ সক্ষম হোৱাৰ বাবে সেই সময়ত ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমে শীৰ্ষস্থান লাভ কৰিছিল। বৰ্ণনাতীত শাৰীৰিক কষ্ট আৰু জীৱনৰ সংকটাপন্ন অৱস্থাৰ সন্মুখীন হৈও কেনেকৈ দেশকৰ্মীসকলে সংগ্ৰাম জীয়াই ৰাখিছিল সি ইতিহাসৰ সামগ্ৰী। বয়োবৃদ্ধ নেতাসকলক জেলত আৱদ্ধ কৰি ৰখা হেতুকে অসমৰ বিয়াল্লিশৰ গণবিপ্লৱৰ গুৰি ধৰিছিল শংকৰ বৰুৱা প্ৰমুখ্যে কংগ্ৰেছৰ চ'ছিয়েলিষ্ট ভাবাপন্ন বীৰ-বীৰাঙ্গনাসকলে।

পলাতক জীৱন শংকৰ বৰুৱাৰ বৰ দুৰূহ আছিল। এদিনাখন ৰাতি মানুহ এঘৰত বৰুৱাই আশ্ৰয় লোৱা বুলি পুলিচে গম পাই মাজ-নিশা ঘৰটো আগুৰি ধৰিলে। কাউৰীয়ে কা কৰোতে শংকৰ বৰুৱাই তিৰোতাৰ ছদ্মবেশেৰে হাতত বাঢ়নী লৈ ওলাই আহি চোতাল সাৰিবলৈ ধৰিলে। তাৰ পাচতে কাঁহী-বাতিসোপা কঁকালত লৈ বাৰীৰ পাচফালে ওলাই গ'ল, আৰু ঘূৰি নাহিল। পোহৰ হ'ল। পুলিচে ঘৰৰ ভিতৰ সোমাই চালপীৰাৰ তলৰ পৰা ধোঁৱা চাঙলৈকে সকলোতে চালে— শংকৰ বৰুৱাক নেপালে।

ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত ইটোৰ পাচত সিটোকৈ ভালেকেইটা ঘটনাই মানুহক উদ্বিগ্ন কৰি তুলিছিল। উত্তৰ লক্ষ্মীমপুৰৰ সমদল যাত্ৰা এটাৰ ওপৰত পুলিচে লাঠি চলোৱাৰ ফলত সৰুৰাম দত্ত গুৰুতৰভাৱে আহত হৈ মৃত্যুৰ মুখত পৰে। ঢেকিয়াজুলিত সমবেত জনতাৰ ওপৰত পুলিচে কৰা গুলিবৰ্ষণৰ ফলত এঘাৰজনৰ মৃত্যু হৈ দ্বিতীয় জালিয়ান-ৱালাবাগৰ সৃষ্টি কৰে অসমত। বহুতো গাৱঁত পাইকাৰী জৰিমনা লগাই ৰাইজৰ ধান-চাউল, হাঁহ-পাৰ কুকুৰাৰে শ্বেতাংগ মিলিটেৰীৰ ৰচদ যোগান ধৰা হৈছিল। ঘটনাবহুল এনে সময়তে বৰুৱা সংগঠনৰ কামত উত্তৰ পাৰলৈ গৈছিল। তাত ত্ৰেখেতে লেংটি মৰা অকা জন-জাতিৰ লোকৰ ভাও ধৰি লোকৰ ঘৰত থিৰ ফালি আত্মগোপন কৰাৰ কাহিনীও শুনা যায়।

শংকৰ বৰুৱাৰ দৰে গণবিপ্লৱৰ সংগঠনৰ কামতেই অৰুণা আছফ আলীয়েও অসমত ফুৰিছিল। এদিনাখন ৰাতি আকাস্মিকভাৱে উপেন নবিচে মোৰ ঘৰৰ আগত গাড়ী ৰাখি এগিলাচ খোৱা পানী বিচাৰিলে! পানী খালে পাচৰ চিটত বহি থকা এগৰাকী মুগাৰ মেখেলা চাদৰ পৰিহিতা ভদ্ৰমহিলাই। গাড়ী ষ্টাৰ্ট কৰি নবিচে কাণে কাণে কৈ গ'ল— অৰুণা আছফ আলী। যুদ্ধৰ উৎকণ্ঠাত, গণবিপ্লৱৰ উত্তেজনাময় পৰিস্থিতিত এই ঘটনাবোৰ মানসপটত কোনোবা বোলছবিৰ দৃশ্য যেনহে লাগে।

স্বাধীনতা সংগ্ৰামত মহাত্মা গান্ধীৰ গঠনমূলক কাৰ্যসূচীৰ অন্তৰ্গত সূতা কটা, খদ্দৰ প্ৰচলন, বিলাতী বস্ত্ৰ আৰু মাদক দ্ৰব্য বৰ্জন, অস্পৃশ্যতা বৰ্জন আৰু জাতীয় সংহতিৰ বাণী গাৱেঁ-ভূঞে প্ৰচাৰ কৰাত আগভাগ লৈছিল শংকৰ বৰুৱাই। স্বাধীনতা সংগ্ৰামৰ শেষাংকৰ বিয়াল্লিশৰ ছবিখন মানসপটলৈ আহিলে শংকৰ বৰুৱা, লক্ষ্মীপ্ৰসাদ গোস্বামী, জ্যোতিপ্ৰসাদৰ পলাতক জীৱনৰ কাহিনীবোৰে হৃদয়ত মৃদু স্পন্দনৰ সৃষ্টি কৰে। বিশেষকৈ শংকৰ বৰুৱাৰ ছদ্মবেশী জীৱনৰ চাঞ্চল্যকৰ ঘটনাসমূহ আছিল গল্প-উপন্যাসতকৈও ৰোমাঞ্চকৰ।

---

# বিপ্লৱীবীৰ, কৰ্মযোগী শংকৰ বৰুৱাক যেনেকৈ জানো

—শ্ৰীআনন্দ শৰ্ম্মা

জগতত একোজন মহান পুৰুষে জন্ম লৈ নিজ কৰ্মৰ জৰিয়তে আনলৈ আদৰ্শ ৰাখি যায়। ১৯৬৬ চনৰ ১৮ নৱেম্বৰ শুক্ৰবাৰে দিনৰ ৩টা বজাত ৭১ বছৰ বয়সত ইহলীলা সম্বৰণ কৰা গোলাঘাটৰ শংকৰ বৰুৱা আছিল তেনে এজন স্বনামধন্য পুৰুষ। তেওঁৰ অসীম ধৈৰ্য্য, অপৰাজেয় মনোবল, নিজৰ ক্ষুদ্ৰ স্বাৰ্থ বলি দি দেশবাসীৰ মহৎ স্বাৰ্থ ৰক্ষাৰ হকে কাম কৰি যোৱাৰ অতুলনীয় শক্তি সকলোৰে কাৰণে অনুকৰণীয়! কিন্তু তেওঁ কৰি যোৱা কাৰ্য্যাৱলীৰ তুলনাও আমি তেওঁৰ স্মৃতিৰ বাবে একোৱেই কৰা ন'হল বুলি ক'লে বোধহয় ভুল কৰা নহ'ব। কৌটিকলীয়া পুখুৰী এটাৰ পাৰত বেঞ্চ দুখন দি "শংকৰ বৰুৱা উদ্যান" বুলি জাননী-ফলক এখন আঁৰি থলেই বা সভা এখন পাতি সৰু জীৱনী এখন (১৯৬৭ চনতে) প্ৰচাৰ কৰিলেই যথেষ্ট স্মৃতিৰক্ষা কৰা হৈছে বুলি কলে কাৰ্য্যাৱলী তুলনাৰ সেই তুলাচনিখন সমান হব জানো? যিসকলে স্বৰ্গীয় শংকৰ বৰুৱা তুলাচনিখন চিনি পায় অন্ততঃ সেইসকলে তেওঁৰ স্মৃতিৰ বাবে একোৱেই কৰা নহ'ল বুলি কলেহে শুদ্ধ কোৱা হব। তেওঁ অলপো আত্মপ্ৰচাৰ ভাল নাপাইছিল। গতিকে জীৱিতকালত আমি কোৱা সত্বেও সছকৈ হলেও আত্মজীৱনী লিখা বা লিখোৱাৰ কোনো চেষ্টা নকৰিলে। ১৯৪৫ চনলৈকে পলাতক জীৱনত নানান আলৈ আথকাল, নাঙল নাথল অৱস্থাৰে সংগ্ৰামী জীৱন যাপন কৰাৰ পিছতো মৃত্যু পৰ্য্যন্ত তেওঁ একেদৰেই সমাজত বিভিন্ন দিশৰ সংস্কাৰমূলক সংগ্ৰামত লিপ্ত হৈ সুস্থিৰভাৱে জীৱন কটাবলৈ নোপোৱাৰ বাবেই শংকৰ বৰুৱাৰ সমগ্ৰ জীৱন আজি সাঁথৰত পৰিণত হৈ ৰ'ল।

শংকৰ বৰুৱা বিপ্লৱী, শংকৰ বৰুৱা সমাজবাদী, শংকৰ বৰুৱা সমাজৰ সচেতনতা গঢ়ি তোলাৰ অগ্ৰণী ব্যক্তি। গোলাঘাট সাহিত্য সভা পুনৰ গঠন কৰোতে শংকৰ বৰুৱা প্ৰথমজন সভ্য, কলেজ প্ৰতিষ্ঠাৰ আন্দোলনত শংকৰ বৰুৱা প্ৰথমজন শংকৰ জন্মোৎসৱ পতাত প্ৰথমজন উদ্যোক্তা। কৃষক সত্যাগ্ৰহত প্ৰথম সত্যাগ্ৰহী, জয়প্ৰকাশ নাৰায়ণৰ ভূমিদান আন্দোলনত অসমৰ প্ৰথমজন জীৱনদানী, অসম শংকৰ সংঘৰ যোগে অসমত শংকৰীধৰ্ম আৰু সমাজ-ব্যৱস্থাৰ সংস্কাৰ সাধনত প্ৰথমজন পৃষ্ঠপোষক, অসমৰ খাদী গ্ৰামোদ্যোগ আন্দোলনৰ উদ্যোগী কৰ্মী, অসমৰ স্থবিৰতা প্ৰাপ্ত সমবায় আন্দোলনৰ অগ্ৰগণ্য নেতা। অসমৰ পুথিভঁৰাল আন্দোলনত গাঁৱে গাঁৱে পুথিভঁৰাল স্থাপনৰ কামত উৎসাহ আৰু প্ৰেৰণা যোগাওঁতা, মহিলাৰ দ্বাৰা গঠনমূলক কামত গাঁৱে গাঁৱে প্ৰেৰণা যোগাওঁতাও শংকৰ বৰুৱা। প্ৰাথমিক, জিলা শাখাৰ পৰা ৰাজ্যিক পৰ্য্যায়লৈকে সক্ৰিয় অংশগ্ৰহণ কৰি সমাজবাদী আন্দোলন দেশত ব্যাপকতৰ কৰি তোলাত শংকৰ বৰুৱা, শংকৰ ৰাও দেওৰ ভূদান আন্দোলনৰ পদযাত্ৰাৰ সংগঠক শংকৰ বৰুৱা। অসম সমবায় চেনিকল কুঁহিয়াৰৰ অভাৱত অচল হব পাৰে। গতিকে সমবায় কৃষিপাম গঠন কৰি কুঁহিয়াৰ খেতি বৃদ্ধি কৰাৰ নেতৃত্ব লৈছিল শংকৰ বৰুৱাই। সমূহীয়া উন্নয়ন খণ্ডৰ কাম-কাজ ৰাইজৰ সহযোগৰ অভাৱত অচল প্ৰায়। শংকৰ বৰুৱাই সৰুপথাৰত গৈ সৰুপথাৰৰ পৰা উৰীয়াম ঘাটলৈ গাৱঁৰ ৰাইজৰ সহযোগত আলি বন্ধা কামৰ নেতৃত্ব লৈছিল। গোলঘাট নগৰত থাকি পঢ়াৰ সুবিধা নথকা ছাত্ৰ-ছাত্ৰীৰ অভিভাৱকৰো অভিভাৱক আছিল, আশ্ৰয়ৰ স্থল আছিল শংকৰ বৰুৱা। এই সকলোবিলাক ভূমিকা শংকৰ বৰুৱাই গ্ৰহণ কৰিছিল স্বাধীনতাৰ পিছৰ সময়চোৱাত মৃত্যু পৰ্য্যন্ত। ৰাজনৈতিক নিৰ্য্যাতিত সম্মিলনৰ সংগঠন, সৰ্বোদয় আন্দোলনৰ সংগঠন আদিত তেওঁ ওতঃপ্ৰোতভাৱে জড়িত আছিল।

এম. ভি. এম. ই. স্কুলত পঢ়ি থাকোঁতেই শংকৰ বৰুৱাৰ পলাতক জীৱনৰ কাহিনী শুনিছিলো। লগ পাইছিলো গাৱঁত কেইবাদিনো বিভিন্ন ৰূপত। নাম কাঢ়ি কৈছিল মোক "এই আমুকটো কৰি দিব লাগিব

পা'ৰিব"? "মোৰ লগত আনুকলৈ যাব লাগে যাবি"? লগত সুধিছিল মোৰ পঢ়াশুনাৰ কথা। ইত্যাদি ইত্যাদি। ভক্তি উপজিছিল মানুহজনলৈ বহুতো আৰু সেয়েহে কোৱামতেই কেইবাদিনো মই সহায় কৰি দিয়াৰ কথা আজিও মনত পৰে। সেয়া আছিল '৪২ চনৰ পৰা '৪৭ চনৰ ভিতৰৰ কথা। অৰ্থাৎ স্বাধীনতা আন্দোলনৰ সময়ৰ কথা। চোৰে লগত সক লৰা এটি লৈ গৈ পিছি খাদ্দি ভিতৰলৈ সুমুৱাই দি দৰ্জা আদি খোলাই লৈ চোৰ কৰাৰ সুবিধা লোৱাৰ দৰেই বয়সত সৰু হলেও বৰুৱাদেৱক চিনি পাই কোৱা কথাত সহায় কৰি দিবলৈ মই কুণ্ঠাবোধ নকৰিছিলো। অৱশ্যে ময়ে নহয়, গাৱঁৰ সকালোজনেই। শংকৰ বৰুৱাৰ ঘৰখনো আছিল সেই সময়ত এখন ভাতঘৰ, বাজঘৰা ঘৰ। উত্তৰ-পূৱ ভাৰতৰ আত্মগোপনকাৰী আন্দোলনৰ গুৰি ধৰিছে শ্ৰীমতী অৰুণা আছফ আলীয়ে। শংকৰ বৰুৱাও আছিল উজনিত অসমৰ পলাতক আন্দোলনৰ দায়িত্বত।

তেওঁ সেই সময়ত পলাতক কংগ্ৰেছ কৰ্মীৰ শিবিৰবিলাকত আত্ম-ৰক্ষাৰ বাবে ধনুৰ্কাড় ব্যৱহাৰৰ শিক্ষা দিছিল। পলাতক কৰ্মীৰ মাজত কৰ্মীসকলৰ পৰিয়ালৰ মাজত যোগাযোগ স্থাপনৰ দিহাবুদ্ধি দিছিল। কংগ্ৰেছৰ ভাৰত ত্যাগ আন্দোলনৰ ব্যাপক প্ৰচাৰৰ বাবে প্ৰচাৰপত্ৰ গাঁৱে গাঁৱে বিতৰণৰ গুৰি ধৰিছিল। পলাতক অৱস্থাত শংকৰ বৰুৱাক ধৰি দিয়াজনক দহহাজাৰ টকা পুৰস্কাৰ দিয়া হব বুলি বৃটিছ চৰকাৰে জাননী প্ৰচাৰ কৰিছিল আৰু লগে লগেই শংকৰ বৰুৱাৰ চহীযুক্ত জাননী প্ৰচাৰ হৈছিল "শংকৰ বৰুৱাক ধৰিব পাৰিলে দহ হাজাৰ টকা দিয়া হব। ইতি—শংকৰ বৰুৱা"।

কমাৰবন্ধাৰ শিয়ালেখাতি বামুনগাওঁ, বৰটিং নাওশলীয়া গাওঁ, মৰঙীৰ বুঢ়াগোঁহাইখাত, কৰকাটিং দগাঁও, শেনছোৱা, চিনাতলীগাওঁ, সৰু পথাৰ গন্ধকৰে গাঁও, নাহৰণি, ঘিলাধাৰীৰ বালিজান, নাওঁবৈছা, মাহিমেলীয়া, বাৰিছোৱা, আঠগাঁও, দক্ষিণহেঙেৰা আদিত শংকৰ বৰুৱাৰ গুপ্তঘাটি আছিল। পলাতক আন্দোলনৰ আগতে তেওঁ এইবিলাকত গান্ধীজীৰ ওঠৰ দফা গঠনমূলক কামৰ শিক্ষাৰ বাবে আশ্ৰম প্ৰতিষ্ঠা

কৰিছিল। উল্লেখযোগ্য যে সেই সময়ত বৰুৱাৰ চিনাকি তথা দেশৰ প্ৰতি অনুৰাগ থকা বহুতো পুলিচ কৰ্মচাৰীয়েও ভিতৰুৱাভাৱে পলাতক বৰুৱাদেৱক কিছু দয়াৰ চকুৰেও চাইছিল।

গোলাঘাট শংকৰ বৰুৱাৰ বৰ্তমান বাসস্থান থকা ঠাইডোখৰো কংগ্ৰেছ ভলন্টিয়াৰৰ মিলনক্ষেত্ৰ আছিল। এই ঠাইতে স্বাধীনতা যুঁজৰ কিৰিঙতি ৺ভোলা বৰুৱাৰ স্মৃতিস্তম্ভ এটা থকাটোও উল্লেখ-যোগ্য কথা।

বুঢ়াগোঁহাইখাতৰ ৺কেকাই সোনোৱাল, ৺বুঢ়াহাসে, সৰুপথাৰৰ ৺কুশল কোঁৱৰ, ৺কণকেশ্বৰ কোঁৱৰ, ৺তুলসী শৰ্মা, ঘিলাধাৰীৰ ৺ভদ্ৰ ফুকন, ৺সুৰেণ ফুকন, আঠগাঁৱৰ গোঁসাই চুতীয়া কমাৰবন্ধা বামুণগাৱঁৰ বেনুৰাম শইকীয়া, শেনচোৱা চিনাতলী গাঁৱৰ বগাই শইকীয়া, ব্ৰহ্মচাৰী, চামুখেৰীয়া, ৺ দেবেন দত্ত, ৺গোলোকচন্দ্ৰ নাথ, দৰিখাটনীয়াৰ ৺চুন্ধ শইকীয়া আদিৰ উপৰিও গোলাঘাট মহকুমাৰ বিভিন্ন মৌজাত তেওঁ ভাৰতৰ স্বাধীনতা আন্দোলনৰ একোজন সংগ্ৰামী যোদ্ধাক সহকৰ্মী হিচাপে লৈ অহৰহ কাম কৰিছিল। তেওঁ গোলাঘাট, যোৰহাট মহকুমাৰ অন্তৰ্গত থকা মিৰিগাঁও বিলাকতো নিজে গৈ থাকি স্বাধীনতা আন্দোলনৰ প্ৰচাৰকাৰ্য্য চলাইছিল আৰু বহুতো কৰ্মী মিৰিসমাজৰ পৰা উলিয়াই আনিছিল।

কমলা মিৰি সেইসকলৰ অন্যতম আত্মত্যাগী বীৰ যোদ্ধা আছিল। স্বাধীনতা আন্দোলনত শংকৰ বৰুৱাৰ গোলাঘাটৰ সহযোগী আছিল ৺দ্বাৰিকা গোস্বামী, মহেশ্বৰ বৰুৱা, তাৰাপ্ৰসাদ বৰুৱা, গংগাধৰ বৰঠাকুৰ আদি। ধীৰেণ দত্ত, খগেশ্বৰ তামুলী আদিও শংকৰ বৰুৱাৰ পলাতক আন্দোলনৰ সহযোগী আছিল।

শংকৰ বৰুৱাই ল'ৰাকালতে মহাত্মা গান্ধীৰ অহিংস আন্দোলনৰ আহ্বানত পঢ়াশুনা সাং কৰি শিৱসাগৰৰ পৰা আহি যোৰহাটৰ কৃষ্ণশৰ্মাৰ আশ্ৰয়ত থাকি কংগ্ৰেছ স্বেচ্ছাসেৱক হিচাপে কৰ্মময় জীৱন আৰম্ভ কৰে। কৃষ্ণ শৰ্মা, ৰোহিণীকান্ত হাতীবৰুৱা, কুলধৰ চলিহা প্ৰমুখ্যে নেতাসকলৰ লগতে কংগ্ৰেছৰ সংগঠন কাৰ্য্যত ব্ৰতী হয়। পিচলৈ

গোলাঘাটত কংগ্ৰেছৰ প্ৰচাৰকাৰ্য্য আৰু সংগঠনৰ দায়িত্ব পৰাত তেওঁ গোলাঘাটলৈ আহে আৰু গোলাঘাটকেই কৰ্মভূমি হিচাপে বাছি লৈ ইয়াতেই শেষ নিশ্বাস পেলায়। তেওঁ গোলাঘাটৰ পৰাই অসম বিধান সভাৰ উচ্চ সদনৰ ( আসাম লেজিস্‌লেটিভ কাউন্সিল ) সদস্য হৈছিল।

তেওঁৰ যত্নতেই গোলাঘাটত কলাজ্বৰ হস্পিতালখন স্থাপন কৰা হয়। এসময়ত গোলাঘাট মহকুমা ক'লাজ্বৰৰ লীলাভূমি আছিল। এই হস্পিতালখন হোৱাৰ পিছৰে পৰা গোলাঘাট ক'লাজ্বৰৰ কবলৰ পৰা ৰক্ষা পৰে। এটা কথিত কিংবদন্তী প্ৰচলিত আছিল—"দেহা গোলাঘটীয়া"। গোলাঘটীয়া লোকে ক'লা বেমাৰ ভোগী হৈয়েই এই বিশেষণ লাভ কৰিছিল। এতিয়া এই কথা সাধুকথাত পৰিণত হোৱাৰ মূলতে শংকৰ বৰুৱাৰ প্ৰচেষ্টাত হোৱা ক'লাজ্বৰ হস্পিতালখনি। তেওঁৰ প্ৰস্তাৱমতেই কংগ্ৰেছ চৰকাৰে কৃষকক আঠ অনাকৈ খাজনা মাফ দিছিল। .

শংকৰ বৰুৱাই ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনলৈকে কংগ্ৰেছত আছিল। ১৯৪২ চনৰ গণ-আন্দোলনৰ পলাতক আন্দোলন সংগঠকসকলৰ মাজত আচাৰ্য্য নৰেন্দ্ৰদেৱ, জয়প্ৰকাশ নাৰায়ণ, ৰামমনোহৰ লোহিয়া, অচ্যুত পট্টবৰ্দ্ধন প্ৰভৃতি নেতাৰ সহযোগত গঠিত কংগ্ৰেছ চ'চিয়েলিষ্ট দলত অসমৰ যিকেইজন ব্যক্তিয়ে যোগ দিছিল তাত শংকৰ বৰুৱা আছিল অন্যতম। পিচলৈ কংগ্ৰেছ দলে চচিয়েলিষ্ট দলক কংগ্ৰেছৰ পৰা বহিষ্কাৰ কৰাত গঠিত হোৱা ভাৰতীয় চচিয়েলিষ্ট পাৰ্টিৰ অসমত গুৰি ধৰিছিল এইজন শংকৰ বৰুৱাই। তেওঁ ৰাজ্যিক পাৰ্টিৰ সভাপতি পদৰ উপৰিও ভালেমান গুৰুত্ব আৰু দায়িত্বপূৰ্ণ পদত থাকি শেষলৈকে এই দলৰ হকে কাম কৰিছিল। ১৯৫২, ১৯৫৭, ১৯৬২ এই কেইটা নিৰ্বাচনত তেওঁ চ'চিয়েলিষ্ট দলৰ প্ৰাৰ্থী হিচাপে প্ৰতিদ্বন্দ্বিতা কৰিছিল আৰু ৰাজ্যখনত চ'চিয়েলিষ্ট দলৰ নিৰ্বাচনী প্ৰচাৰৰ গুৰি ধৰিছিল। প্ৰতিটো নিৰ্বাচনতে তেওঁ পৰাজয় বৰণ কৰিছিল যদিও পূৰ্ণ উদ্যমেৰে পুনৰ দলৰ সংগঠনত আত্মনিয়োগ কৰিছিল আৰু লগৰ সহকৰ্মীসকলকো প্ৰেৰণা যোগাইছিল।

ভাৰতত কংগ্ৰেছদলে কাহানিবা সমাজবাদ প্ৰতিষ্ঠা কৰিব পাৰিব, এই কথা তেওঁ কেতিয়াও বিশ্বাস নকৰিছিল আৰু সেইদৰেই জৱাহৰলাল নেহৰুৰ সমাজবাদৰ ধ্বনি সস্তীয়া জনপ্ৰিয়তাৰ খাতিৰত দিয়া অন্তঃসাৰশূন্য ধ্বনি বুলিয়েই অভিহিত কৰিছিল। তদুপৰি তেওঁ কৈছিল, এনে দিন আহিব যিদিনা নেহৰুৰ নেতৃত্বৰ প্ৰকৃত ছবিখন জনসাধাৰণে বুজি পাব আৰু সেইদিনাই ভাৰতৰ জনসাধাৰণে বেৰৰ পৰা তেওঁৰ প্ৰতিকৃতি আঁতৰাই পেলাব; আচৰিত কথা যে সেইদিন আৰম্ভ হৈছেহে। নেহৰুৱে পাঁচ বছৰীয়া পৰিকল্পনাৰ অন্তৰ্গত আমেৰিকাৰ আৰ্হিৰে সমূহীয়া উন্নয়নখণ্ড স্থাপন কৰি ভাৰতৰ গাওঁবিলাকৰ উন্নতিৰ বাবে লোৱা পৰিকল্পনাৰ তেওঁ বিৰোধী আছিল। তেওঁ কৈছিল যে এই ব্যৱস্থা এদিন ব্যৰ্থ হ'ব। কেন্দ্ৰীয় চৰকাৰৰ অপৰ্য্যাপ্ত টকা গাওঁ উন্নয়নৰ নামত খৰচ হ'ব। কিন্তু গাওঁবাসীৰ সমস্যা কাহানিও এই আঁচনিৰ যোগে সমাধান নহ'ব বৰং বৃদ্ধিহে কৰিব। তেওঁ স্বয়ংশাসিত নিকায় স্থাপন কৰি গাওঁবাসীৰ উন্নতিকল্পে দিয়া মহাত্মা গান্ধীৰ আঁচনিৰ সমৰ্থক আছিল। সেইদৰেই গাওঁবাসীৰ অৰ্থনৈতিক উন্নয়নৰ বাবেও গাওঁলীয়া সমবায়সমূহ স্বপ্ৰণোদিতভাবে গঠিত হোৱা আৰু চৰকাৰ, আমোলা, দলীয় ৰাজনীতিৰ প্ৰভাৱমুক্তভাবে গঢ়ি তোলাৰ পক্ষপাতী আছিল। চৰকাৰে সমিতিবিলাক পঞ্জীভূত কৰা আৰু আৱশ্যকীয় সা-সুবিধাৰ যোগান ধৰাৰ বাহিৰে কোনো প্ৰকাৰৰ নিয়ন্ত্ৰণ ৰখাটো তেওঁ সমৰ্থন কৰা নাছিল। সেইদৰেই গাওঁলীয়া পঞ্চায়ত-বিলাকো গাঁওবাসীৰ নিজৰ অনুষ্ঠান হিচাপে যাতে তেওঁলোকে গ্ৰহণ কৰিব পাৰে তাৰ বাবে সকলো ৰকমৰ চৰকাৰী নিয়ন্ত্ৰণ আৰু দলীয় ৰাজনীতিৰ নিয়ন্ত্ৰণমুক্ত স্বয়ংসম্পূৰ্ণ নিকায় হিচাপে গঢ়ি তোলাত তেওঁ গুৰুত্ব দিছিল।

শংকৰ বৰুৱাৰ সৈতে সামান্য সহকৰ্মী হিচাপে চিনি পোৱাৰ দিনৰে পৰা প্ৰায় ১৯৬৮ চনলৈকে কাম কৰা বা আদেশ পৰামৰ্শ পালন কৰাৰ অভিজ্ঞতাৰ পৰা কবলৈ হলে কব লাগিব, শংকৰ বৰুৱাদেৱ এজন বাস্তৱবাদী আৰু সমাজৰ ভৱিষ্যতদ্ৰষ্টা মহান পুৰুষ আছিল। তেওঁ

ত ৰয়ত ভাৰতীয় সমাজখন এক শ্ৰেণীবিহীন, শোষণহীন, সমাজবাদী সমাজ হিচাপে গঢ়ি তোলাৰ এক মহত্তম ধাৰণা আৰু আত্মপ্ৰত্যয়ৰ দ্বাৰা উদ্বুদ্ধ হৈ অহৰহ কাম কৰি গৈছিল আৰু আনকো উদ্বুদ্ধ কৰি তুলিছিল। তেওঁ ভাৰতৰ কমিউনিষ্ট সকলক অশেষ শ্ৰদ্ধা কৰিছিল। কিন্তু তেওঁ কমিউনিষ্ট নাছিল। তেওঁৰ সমগ্ৰ কৰ্মময় জীৱনত বহুতো লোকক ৰাজনৈতিক চেতনা দিলে, তেওঁৰ পৰা শিক্ষা আহৰণ কৰি বহুতো লোক নেতা হ'ল, কৰ্মী হ'ল, সমাজৰ একোজন হৈ উঠিল আৰু সেই সকলৰ বহুতেই তেওঁক প্ৰবঞ্চনাও কৰি গ'ল। কোনো অৱস্থাতে তেওঁ বিচলিত হোৱা নাছিল আৰু মনে-প্ৰাণেও কাৰো অহিত কামনা কৰা নাছিল।

স্বাধীনতা আন্দোলনৰ প্ৰচাৰ সংগঠন কাৰ্য্যত লাগি থকাৰ সময়ত তেওঁ বহুতো দেশপ্ৰেমমূলক গীত লিখিছিল। তাৰ 'স্বৰাজ সঙ্গীত' নামৰ এটা সংকলন "পকেট এডিচন" হিচাপে ছপা কৰি উলিয়াইছিল। এতিয়া পোৱাটো কঠিন হৈ পৰিল।

আমি ছাত্ৰ কংগ্ৰেছৰ স্বেচ্ছাসেৱক থাকোঁতে গোৱা তেওঁ ৰচনা কৰা গীতৰ কেইফাকিমানহে তলত উল্লেখ কৰা হ'ল :—

(১) সৌ যে উৰিছে স্বৰাজৰ নিচান
উন্নত শিৰে হোৱা আগুৱান।

(২) ব'ল ব'ল ব'ল ব'ল
ফুলাই বুকু উচ্চ শিৰ……।

(৩) আঠ অনাকৈ থাজানা মাফ
দিছিল কোনে
জানি ল'বা ভালদৰে
কংগ্ৰেছেইহে।

(৪) কানিয়ে ল'লে প্ৰাণ আমাৰ
কানিয়ে ল'লে প্ৰাণ ……।

কংগ্ৰেছৰ ওঠৰ দফা গঠনমূলক কাৰ্য্যসূচীৰ ভিতৰত মাদক দ্ৰব্য নিবাৰণ অন্যতম আছিল। উজনি অসমত কানিৰ প্ৰচলনৰ বিৰুদ্ধে

কানি মহলত পিকেটিং কৰাকে ধৰি কানি বৰাবৰ নিৰ্মূলৰ আন্দোলনতো শংকৰ বৰুৱাই গুৰি ধৰিছিল। কানি বৰবিহুৰ অপকাৰিতা সম্পৰ্কে কেতবোৰ গীত ৰচনা কৰি তেওঁ কংগ্ৰেছ সত্যাগ্ৰহী স্বেচ্ছাসেৱক সকলৰ যোগে প্ৰচাৰ কৰিছিল। এইবিলাক গীত পুৰণি কোনো কংগ্ৰেছৰ লোকৰ মুখত শুনিবলৈ পোৱা যাব পাৰে। এইবিলাক গীত ছপা হোৱা নাছিল।

শংকৰ বৰুৱাৰ সম্পৰ্কে বহুতো কাহিনী (বিশেষকৈ পলাতক জীৱনৰ যোৰহাট গোলাঘাটৰ বয়োবৃদ্ধ কংগ্ৰেছীলোকৰ পৰা এতিয়াও জানিবৰ থল আছে। বহুতো পলাতক অৱস্থাৰ কথা এতিয়া একো ঠাইত সাধুকথাত পৰিণত হৈছে। উদাহৰণস্বৰূপে পুলিছে লগ পালে কোনো বিয়া-সবাহৰ পৰাই মহিলাৰ সাজপাৰ পিন্ধি পলাই যোৱা, আলিৰ কাষত মাছমৰীয়া হোৱা, গামোছা পিন্ধিয়েই লোকৰ পথাৰত আলি দিয়া বা পথাৰত চুক-কাণ কোৱা, যুটীয়া হিচাপে লোকৰ ম'হৰ পিঠিত উঠা, ইত্যাদি ইত্যাদি। ছাত্ৰ অৱস্থাৰ দুই এদিনৰ কথা এই লিখকৰো ভালদৰে মনত আছে যদিও প্ৰৱন্ধৰ আকাৰ দীঘল হোৱাৰ কাৰণেই ইয়াত বহলাই উল্লেখ নকৰিলো। তেওঁ মোক সদায় "নন্নদি" (আনন্দ-অনন্দি) বুলি মাতিছিল আৰু লগ পালেই মোক সদায় একেটাই প্ৰশ্ন কৰে—"তই কি পঢ়িছ ?" (অৰ্থাৎ কোন শ্ৰেণীত পঢ়িছ ?)

চৰম দাৰিদ্ৰতা আৰু আৰ্থিক অভাৱ-অনাটনৰ মাজতো অকণো বিচলিত নহৈ অহৰহ দেশৰ হকে কাম কৰা এজন কৰ্মবীৰৰ জীৱনাদৰ্শ লিখি অন্ত কৰিব নোৱাৰি। মুঠতে গোলাঘটীয়া ৰাইজৰ সন্মানিত এই "বিপ্লবীবীৰ"জনেই আমাক দি গ'ল জীৱনৰ আদৰ্শ—আমি ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছো—"তেওঁৰ অমৰ আত্মাই স্বৰ্গত চিৰশান্তি লাভ কৰক"।

———

# উজনি অসম কংগ্ৰেছৰ জ্বলন্ত প্ৰদীপ

—তিলক বৰা

বকৰাদেৱে সৰু সৰু ল'ৰাবিলাকৰ লগত কথা পাতিলে "বুইছনে ল'ৰাটো" এই শব্দ দুটা সঘনে কয়। থবকৈ কোৱাৰ বাবে শব্দ দুটাৰ উচ্চাৰণ কিছু বেলেগ হয় যদিও শুনি ভাল লাগে।

১৯৪০ চনত বোকাখাত হাইস্কুলখন প্ৰতিষ্ঠা হোৱা নাই। এম. ই. পাছ কৰি গোলাঘাট চৰকাৰী হাইস্কুলত নাম লগালো। বকৰাদেৱৰ চৌহদত থকাৰ ব্যৱস্থা হ'ল।

এদিন শোৱা চাঙৰ খুটা এটা কাটি লগাওঁতে বকৰাদেৱে সুধিলে,— "বুইছনে ল'ৰাটো, তোৰ ঘৰ ক'ত ?"

"বোকাখাতত"—উত্তৰ দিলো।

"ইয়াতে আছ, থাক। তোক দেখোন মহে কামুৰিছে, আঁঠুৰা এখন কিনি ল'বি।"

এইয়ে প্ৰথম সাক্ষাৎ আৰু কথোপকথন। তেতিয়াৰ পৰাই তেখেতৰ লগত নিবিড় সম্পৰ্ক। তেখেতৰ নিৰহঙ্কাৰী মৰমীয়াল মনটোৱে মোক বৰকৈ ওচৰ চপাই নিলে।

বকৰাদেৱৰ এটা গুণ আছিল যে, তেখেতে কাকো অবিশ্বাস নকৰে। তেখেতৰ বিশ্বাস যে কোনো অভিভাৱকে তেখেতৰ চৌহদলৈ বেয়া ল'ৰা নপঠায়। ইয়ালৈ অহা সকলো ল'ৰাই অনুসন্ধিৎসু। অবিশ্বাস কৰাৰ থল নাই। ল'ৰাহঁতেও বকৰাদেৱৰ মন বুজি চলিছিল, বিপথে নগৈছিল।

১৯২১ চনৰ পৰাই গোলাঘাট মহকুমাৰ অসহযোগ আন্দোলন অসমৰ ভিতৰতে স্মৰণীয় আৰু ব্যাপক আছিল। এই ব্যাপকতাৰ যদি উৎস বিচাৰি যোৱা যায় তেন্তে বিপ্লৱীবীৰ বকৰাদেৱকেই মুখ্যস্থান দিব

লাগিব। গোলাঘাট জিলা কংগ্ৰেছৰ প্ৰাৰম্ভিক অৱস্থাৰ পৰা স্বাধীনতা প্ৰাপ্তিলৈকে যিখিনি কাৰ্য সম্পাদন কৰিলে, সেই কৰ্মৰাজিয়ে তেখেতৰ নাম গোলাঘাট কংগ্ৰেছৰ বুৰঞ্জীত যুগে যুগে অমৰ কৰি ৰাখিব। গোলাঘাট জিলা কংগ্ৰেছৰ জন্মদাতা শংকৰ বৰুৱা বুলি ক'লেও অত্যুক্তি কৰা নহয়।

বৰুৱাদেৱৰ প্ৰথম অৱস্থাত আছিল শিৱসাগৰীয়া। কিন্তু জীৱনৰ ভৰ বয়সতে গোলাঘটীয়া হ'লহি আৰু গোলাঘাটৰ দক্ষিণহেঙেৰা মৌজাৰ মামৰ গাঁৱকে জীৱনৰ প্ৰথম কৰ্মস্থান হিচাপে বাচি ল'লে। ১৯২৯ চনৰ বিদেশী বস্ত্ৰ বৰ্জন আন্দোলনৰ পৰা স্বাধীনতাৰ বিজয়মুকুট পিন্ধালৈকে এনে এটা মুহূৰ্ত নাছিল—যি মুহূৰ্তত তেখেতে মূৰৰ পৰা গান্ধীটুপী সোলোকাই ব্যক্তিগত সা-সুবিধাৰ বাবে কংগ্ৰেছৰ পৰা আঁতৰি আহিছিল। অসহযোগ আন্দোলনৰ বাবে গাৱেঁ গাৱেঁ ঘূৰি সক্ৰিয় কৰ্মী বিচাৰি উলিয়াই ভলণ্টিয়াৰ তৈয়াৰ কৰাত তেখেত আছিল অগ্ৰণী।

কোনো পাৰ্থিব বস্তুৰ প্ৰতি তেখেতৰ মোহ থকাৰ উমান পোৱা নগৈছিল। তেখেতে নিজে তৈয়াৰ কৰা ঘৰখন আছিল যেন এখন আশ্ৰমহে। তেখেতৰ পৰিবাৰ শাহুৱেক খুলশালীয়েক আৰু ল'ৰা-ছোৱালীৰে ঘৰখন পৰিপূৰ্ণ আছিল। এই সকলোৱেই যেন অসহযোগ আন্দোলনৰ একোজন যোদ্ধাহে। গোটেই চোহদটোত সৰু সৰু ঘৰ সাজি ছাত্ৰসকলে বাস কৰিছিল। তেওঁলোকো যেন যুদ্ধক্ষেত্ৰৰ একোজন সৈনিকহে। যিকোনো সাংগঠনিক কাম তথা দেশৰ আহ্বানত এই ছাত্ৰসকল তৎপৰ হৈ উঠিছিল। তেখেতৰ এই আশ্ৰমত জাতীয় চেতনা লাভ কৰা ধীৰেন দত্ত আৰু চিদানন্দ শইকীয়া দুটি উজ্জ্বল তাৰকা। তেখেতৰ পৰামৰ্শ বিচাৰি দৈনিক কৰ্মীসকলৰ সোঁত বৈছিল। বৰুৱাদেৱৰ সান্নিধ্যলৈ অহা বিভিন্ন কৰ্মীৰ কথোপকথনত যি আন্দোলনমুখী জাতীয় চেতনাৰ স্ফুলিংগৰ সৃষ্টি হৈছিল, তাৰ উত্তাপে তেখেতৰ চোহদত থকা এই লেখকজো উত্তপ্ত কৰি তুলিছিল।

১৯৩৫ চনৰ স্বায়ত্ত শাসনৰ ভিত্তিত নিৰ্বাচন অনুষ্ঠিত হোৱাত

ভাৰতৰ আঠখন প্ৰদেশত কংগ্ৰেছ মন্ত্ৰীসভা গঠন হৈছিল। অসমতো গোপীনাথ বৰদলৈৰ নেতৃত্বত এখনি কংগ্ৰেছ সম্মিলিত মন্ত্ৰীসভা গঠন হৈছিল। ১৯৩৯ চনত দ্বিতীয় মহাসমৰ আৰম্ভ হোৱাৰ লগে লগে বৃটিছ চৰকাৰে উপনিবেশ বিলাকতো আনুষ্ঠানিকভাৱে যুদ্ধ ঘোষণা কৰি অধ্যাদেশ জাৰি কৰিছিল। এই মহাসমৰত ভাৰতবৰ্ষক বলেৰে টানি অনাত কংগ্ৰেছ মহাসভাই প্ৰতিবাদ কৰিছিল। জনগণৰ দ্বাৰা নিৰ্বাচিত চৰকাৰৰ ওপৰত বলেৰে এই অধ্যাদেশ জাৰি কৰাত কংগ্ৰেছ সন্তুষ্ট নহৈ ১৯৩৯ চনৰ ১৪ নৱেম্বৰত কাৰ্যকৰী কমিটিৰ এক বৈঠক বহি এই কাৰ্যৰ বিৰোধিতা কৰিলে। মইমতীয়াভাৱে বৃটিছ চৰকাৰে 'যুদ্ধ পৰিচালনা কমিটি' গঠন কৰিলে। বাধ্য হৈ কংগ্ৰেছে সত্যাগ্ৰহত নামিবলগীয়া হ'ল। বহুতো নেতা সত্যাগ্ৰহ কৰি কাৰাগাৰলৈ গ'ল। অসমৰো প্ৰায়সকল নেতাই সত্যাগ্ৰহ কৰিলে। এই সুৰুঙাতে অসমত চাৰ শ্বাদুল্লাৰ ওপৰত বৃটিছ চৰকাৰে শাসনভাৰ অৰ্পণ কৰি যুদ্ধ চলাই গ'ল। কংগ্ৰেছেও এই অমঙ্গলীয়া যুদ্ধখন দূৰৈৰ পৰা চাই আছি পোৱাত নিজৰ কৰ্তব্য নিৰ্ণয় কৰিবলগীয়া হ'ল।

১৯৪২ চনৰ ২৯ মাৰ্চৰ দিনা চাৰ ষ্টাফৰ্ড ক্ৰীপছ আহি ঘোষণা কৰিলে যে, সকলো দল একত্ৰিত হলেও প্ৰতিৰক্ষাৰ দায়িত্ব ভাৰতবাসীৰ হাতত গটাই দিয়া নহয়। গান্ধীজী অচল অটল। পূৰ্ণ-স্বৰাজৰ অবিহনে কোনো প্ৰস্তাৱকেই মানিলৈ ভাৰতবাসীয়ে সাম্ৰাজ্যবাদী যুদ্ধত সহযোগ কৰিব নোৱাৰে। ১৯৪২ চনৰ ৮ আগষ্টত বোম্বে মহানগৰীত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে "ভাৰত-ত্যাগ" প্ৰস্তাৱ গ্ৰহণ কৰিলে। ইয়াত পৰিষ্কাৰ ভাৱে ঘোষণা কৰিলে যে 'স্বাধীনতা জন্মস্বত্ব'। পূৰ্ণ স্বাধীনতাৰ অবিহনে ভাৰতবাসীয়ে বৃটিছৰ লগত কোনো আপোচ নকৰে। এই স্বাধীনতা লাভৰ বাবে গণ-বিপ্লৱ কৰিব। এই বিপ্লৱৰ নেতৃত্ব গান্ধীজীৰ ওপৰত অৰ্পিত হ'ল। ৯ আগষ্টৰ দিনা বৃটিছ চৰকাৰে সকলো কংগ্ৰেছী নেতাকে গ্ৰেপ্তাৰ কৰিলে। স্বতঃস্ফূৰ্ত ভাৱে ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈকে আন্দোলন বিয়পি পৰিল। তিনিমাহমান এই আন্দোলন শান্তিপূৰ্ণভাৱে চলাৰ পাচত বৃটিছৰ বন্দুক-বেয়নেটৰ

আগত আন্দোলনকাৰীয়ে সদলে নিৰ্বাচন ক্ষোভ কৰি শেষত গুপ্ত আন্দোলনৰ প্ৰশ্ৰয় ল'বলগীয়া হ'ল। অসমতো ই ব্যাপক ৰূপ ধাৰণ কৰিলে। বিপ্লৱীবীৰ শংকৰ বৰুৱা, গড়মূৰীয়া সত্ৰাধিকাৰ পীতাম্বৰ দেৱগোস্বামী, নগাবঁৰ মহেন্দ্ৰ হাজৰিকা, লক্ষ্মীপ্ৰসাদ গোস্বামী, শ্ৰীমতী অমলপ্ৰভা দাস, শ্ৰীলক্ষ্যধৰ চৌধুৰী, শ্ৰীৰবীন নবীচ, তেজপুৰত জ্যোতি-প্ৰসাদ আগৰৱালা আৰু ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাই গোপন আন্দোলনৰ গুৰি ধৰিছিল।

সৰ্বভাৰতীয় স্তৰত জয়প্ৰকাশ নাৰায়ণ, অৰুণা আছফ আলী, ৰামমনোহৰ লোহিয়া আদিয়ে এই আন্দোলনৰ নেতৃত্ব দিলে।

আন্দোলন সুচাৰুৰূপে পৰিচালনা কৰিবলৈ কৰ্মীসকলৰ মাজত আৱশ্যকীয় যোগাযোগ স্থাপন কৰিবৰ প্ৰয়োজন হ'ল। পুলিচৰ চোকা পহৰাত কৰ্মীসকলে নানা বাধা পাবলৈ ধৰিলে। গুৱাহাটীৰ লগত উজনি অসমৰ যোগাযোগ প্ৰায় বিচ্ছিন্ন হ'ল। তেনেস্থলত উজনি অসমত আঠাইকেইখন জিলাৰ কৰ্মীসকলৰ এটা গোট গঠন কৰাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰা হ'ল। গড়মূৰীয়া সত্ৰাধিকাৰ পীতাম্বৰ দেৱগোস্বামী আৰু বৰবাদেৱৰ আপ্ৰাণ চেষ্টাত সকলো পলাতক কৰ্মীক গোটাই "উজনি অসম কংগ্ৰেছ" গঠন কৰা হ'ল। প্ৰভু মুখ্য 'ৱাৰ কাউন্সিলাৰ' নিৰ্বাচিত হ'ল। কিন্তু সোনকালেই তেখেত গ্ৰেপ্তাৰ হোৱাত বৰবাদেৱ মুখ্য 'ৱাৰ কাউন্সিলাৰ' নিৰ্বাচিত হৈ গুপ্ত আন্দোলন পৰিচালনাৰ দায়িত্ব ল'লে। কৰ্মীসকলে বিভিন্ন ঘাটিত ছদ্মবেশেৰে কাম কৰিবলৈ ধৰিলে। গোলাঘাটত ভদ্ৰকান্ত ফুকন, আপীৰাম গগৈ, গন্ধৰাম গগৈ, সুৰেণ ফুকন আদি কৰ্মীসকলে বাইজক সজাগ কৰি আন্দোলন কৰিছিল।

উক্ত গোপন আন্দোলনৰ ভৰিয়তে কেইবাটাও অগ্নিকাণ্ড আৰু ধ্বংসকাৰ্য সংঘটিত হয়। গোলাঘাট মহকুমাৰ সৰুপথাৰত সংঘটিত হোৱা ৰেল দুৰ্ঘটনাটো ভাৰতবৰ্ষৰ ভিতৰত গোপন আন্দোলনৰ ফলত হোৱা বৃহত্তম ৰেল দুৰ্ঘটনা আছিল। ১৯৪২ চনৰ ১০ নৱেম্বৰৰ ৰাতি প্ৰায় ১২ বজাত এই দুৰ্ঘটনা ঘটে। ষ্টেচনৰ পৰা প্ৰায় এমাইল দূৰত হোৱা

দুৰ্ঘটনাত উচ্চতম সৈনিক কৰ্মচাৰীৰ স্পেচিয়েল বেলথম বিকট শব্দ কৰি বাগৰি পৰিল। পিচদিনা পুৱা ২নং গদ্ধকৰৈ গাঁৱৰ কুশল কোঁৱৰকে প্ৰমুখ্য কৰি গাওঁখনৰ প্ৰায় সকলো পুৰুষকে গ্ৰেপ্তাৰ কৰিলে। আশে-পাশে থকা অন্যান্য কংগ্ৰেছভাবাপন্ন লোককো গ্ৰেপ্তাৰ কৰা হ'ল।

বিশিষ্ট কংগ্ৰেছকৰ্মী তাত আছিল যদিও পলাল। এই ঘটনা সম্পৰ্কত মুঠ ৪০জনক আচামীৰূপে থিয় কৰালে। সেই সময়ৰ সক পথাৰৰ শান্তিবাহিনীৰ নায়ক পুলিন বৰুৱাক মাৰধৰ কৰি ৰাজসাক্ষী কৰিলে। বিচাৰথনত প্ৰমাণৰ অভাৱ। তথাপি সন্ত্ৰাসৰ সৃষ্টি কৰিবৰ উদ্দেশ্যে শিৱসাগৰ জিলাৰ উপায়ুক্ত হামফ্ৰে চাহাবে কুশল কোঁৱৰৰ সৈতে চাৰিজনক প্ৰাণদণ্ড আৰু তিনিজনক দহবছৰ সশ্ৰম কাৰাদণ্ড বিহিলে। এই প্ৰবন্ধৰ লেখককো ঘটনাৰ লগত জড়িত কৰি কাৰাদণ্ড দিলে। তিনিজনে আপীল কৰাত প্ৰাণদণ্ডৰ পৰা ৰেহাই পালে যদিও কুশল কোঁৱৰ জন্মভূমিৰ বাবে উছৰ্গিত হ'ল।

বৰুৱাদেৱ ১৯৪২ চনৰ চেপ্তেম্বৰ মাহৰ কোনো এটা দিনত ঘৰৰ পৰা ওলাই গ'ল। গোপন আন্দোলনৰ নেতৃত্ব ললে। তেখেতক বিচাৰি পুলিচে চলাথ কৰিলে। পৰিয়ালৰ ওপৰত অত্যাচাৰ চলিল। ঘৰৰ সকলো বয়বস্তু পুলিচে জব্দ কৰিলে। তেখেতৰ পৰিবাৰকো নানাধৰণৰ জেৰা কৰা হ'ল। শেষত বৰুৱাদেৱৰ মূৰৰ বিনিময়ত চৰকাৰে দহহেজাৰ টকাৰ পুৰস্কাৰ ঘোষণা কৰিলে।

বিয়াল্লিশৰ আন্দোলনৰ সময়ত আত্মগোপন কৰি থকা বৰুৱাদেৱৰ পলাতক জীৱনৰ বহুতো কাহিনী প্ৰচলিত হৈ আছে। এঘৰত তেখেত থকা গম পাই প্ৰত্যুষতে পুলিচবাহিনী হাজিৰ। গৃহস্থ বিবুদ্ধিত পৰিল। সেই সময়ত ঘৰপুখুৰীৰ পৰা পানী অনাৰ তাঁতবাটি চলিছে। থাওকতে ৰিহা-মেখেলা এসাজ পিন্ধি দীঘল ওৰণি টানি কাষত কলহ লৈ বৰুৱাদেৱ উধাও হ'ল।

অন্য এদিন এঘৰত বৰুৱাদেৱ আছে বুলি গম পাই পুলিচ গৈ ওলোৱাত দীঘলকৈ ওৰণি টানি তামোল খুন্দাত লাগিল। পুলিচে

'আইতা' 'আইতা' বুলি মাতিলতো মতা নাই। ভিতৰৰ পৰা গৃহিনী ওলাই আহি সমিধান দিলেহি—"ঘৰত মতা মানুহ নাই। আইতাই মুণ্ডনেও, নমনেও।" পুলিচ গুচি গ'ল। এইদৰেই পুলিচৰ চকুত ধূলি মাৰি আত্মগোপন কৰি থাকি তেখেতে আন্দোলন পৰিচালনা কৰিছিল। বকৰাদেৱে সাধাৰণতে সাহসী কৰ্মীসকলৰ ঘৰতহে গোপন শিবিৰ পাতিছিল।

গাৱঁত সভা-সমিতি পাতিবৰ সময়ত গাওঁখনৰ মূৰত শান্তি-বাহিনীয়ে পহৰা দি থাকে। পুলিচ, মিলিটেৰী অহা গম পালেই খবৰ পঠায়। বকৰা আঁতৰি যায়। ৰাইজে যোধা-পদ পাই নামত ধৰে। এনেকৈয়ে গোপনভাৱে থাকি আন্দোলন পৰিচালনা কৰাৰ লগতে স্বাধীনতাৰ বাবে ৰাইজক উদ্বুদ্ধ কৰি তোলা—এইজনেই বিপ্লৱ-বীৰ শংকৰ চন্দ্ৰ বকৰা।

১৯৪৫ চনৰ ১১ আগষ্টত মহাসমৰৰ অন্ত পৰিল। সুভাষ বসুৰ আজাদ হিন্দ ফৌজে আত্মসমৰ্পণ কৰিলে। বকৰাদেৱৰ বাহিৰে সকলোৱেই আত্মপ্ৰকাশ কৰিলে। জেলৰ পৰা ওলাই অহা কোনো কোনো নেতাৰ বকৰাৰ লগতে মতভেদ হ'ল। তেনে সময়তেই গোলাঘাটৰপৰা নগাৱঁলৈ যোৱাৰ পথত মুমলীগড়ত বকৰাদেৱক পুলিচে গ্ৰেপ্তাৰ কৰিলে। কিছুদিন জেলত থকাৰ পাচত তেখেত মুক্ত হ'ল।

১৯২২ চনত শংকৰ বকৰা গোলাঘাটলৈ আহিয়েই গান্ধীজীৰ আঁচনিমতে আশ্ৰম পাতি ভলন্টিয়াৰ তৈয়াৰ কৰাৰ প্ৰস্তুতি চলাইছিল। এই মহৎ উদ্দেশ্য লৈয়ে প্ৰথমে গোলাঘাটৰ দক্ষিণহেঙেৰা মৌজাৰ সামৰ-চেতীয়া গাৱঁত কমল কলিতাৰ মাটিত আশ্ৰম পাতে। কলিতাই স্থাৱৰ-অস্থাৱৰ সকলো সম্পত্তি আশ্ৰমৰ বাবে দান দিয়ে। পৰিয়াল-টিয়েও আশ্ৰমবাসী হৈ কংগ্ৰেছৰ কামত আত্মনিয়োগ কৰিলে। মুষ্টিদানৰ জোলোঙা লৈ ঘৰে ঘৰে ফুৰিয়েই খোৱা-বোৱাৰ যোগাৰ কৰি ল'লে। ১৯২৪ চনত বুঢ়াগোহাঁইথানত বকৰাদেৱে প্ৰথম আশ্ৰম প্ৰতিষ্ঠা কৰিলে। কৈঁকাই সোনোৱাল (কেশৱ চন্দ্ৰ শইকীয়া), তোলা বকৰা,

কণক দাস ( ৰুকীবা ), আৰু প্ৰতিমা সুন্দৰী এই আশ্ৰমৰ লগত ওতঃ-প্ৰোতভাৱে জড়িত হয়। সেই সময়তে বৰুত্তিয়ালত খগীৰাম কাকতি আৰু ঠগীৰাম বৰাৰ সহযোগত তৃতীয়খন আশ্ৰম প্ৰতিষ্ঠা কৰে।

১৯২৬ চনত গোলাঘাটৰ শিয়ালেখাতীত চতুৰ্থখন আশ্ৰম পাতে। এই আশ্ৰমতে ৰাতি শুই থকা অবস্থাত কেহোঁৰাম হাজৰিকাক কোনো দুৰ্বৃত্তই দাবে ঘপিয়াই হত্যা কৰে। হত্যাকাণ্ডটো মূলতঃ মাদক দ্ৰব্য নিবাৰণ আৰু অস্পৃশ্যতা বৰ্জনৰ বিৰুদ্ধেই গ'ল। এই অমানুষিক হত্যাকাণ্ডত বৰুৱাদেৱে বৰ আঘাত পালে আৰু প্ৰতিবাদত তেখেতে ২৮ দিন অনশন কৰে। অনশন চলি থকা সময়তে বৰুৱাদেৱে গান্ধীজীক দেখা কৰে আৰু গান্ধীজীৰ পৰামৰ্শমতে অনশন ভঙ্গ কৰে। গান্ধীজীয়ে অসমত বৰুৱাদেৱৰ দৰে নিঃস্বাৰ্থ কৰ্মী পাই বৰ গৌৰৱ অনুভৱ কৰে।

ইতিমধ্যে লোণ আইন ভঙ্গ আন্দোলন আৰম্ভ হোৱাত আশ্ৰম প্ৰতিষ্ঠাৰ কাম সিমানতে এৰি সেই আন্দোলনৰ কৃতকাৰ্যতাৰ বাবে কাম কৰিবলগীয়া হ'ল। বৰুৱাদেৱে গোলাঘাটৰ পৰা কেইবাজনো কৰ্মী লোণ আইন ভঙ্গ আন্দোলনত দাণ্ডি যাত্ৰাত সহযোগ কৰিবলৈ পঠাইছিল।

বিভিন্ন সামাজিক কামতো বৰুৱাদেৱে হাত দিছিল। তেখেতে কোনো এটা ৰাজহুৱা কামত হাত দিলে তাক কৃতকাৰ্য কৰিহে এৰিছিল। মহকুমাটোত বিভিন্ন ঠাইত হাইস্কুল পতা, পুথিভঁৰাল প্ৰতিষ্ঠা কৰা কংগ্ৰেছৰ সংগঠন গঢ়ি তোলা আদি বিভিন্ন কামত তেখেতে আত্মনিয়োগ কৰিছিল। গোলাঘাটৰ দেৱৰাজ ৰয় কলেজ প্ৰতিষ্ঠা কৰাত বৰুৱাদেৱৰ অৱদান চিৰস্মৰণীয়।

বৰুৱাদেৱে কোনো সুবিধাবাদী ৰাজনীতিৰ আশ্ৰয় নলৈছিল। দেশে স্বাধীনতা লাভ কৰাৰ পাচতেই কংগ্ৰেছত সুবিধাবাদীলোকে ভিৰ দি ধৰাত তেখেতে কংগ্ৰেছ ত্যাগ কৰি বগা গান্ধীটুপী এৰি ৰঙা গান্ধীটুপী পিন্ধিছিল। তেখেতে সমাজতান্ত্ৰিক মতবাদত দীক্ষিত হৈ পুঁজিবাদী ব্যৱস্থাৰ বিৰুদ্ধে যুঁজ দিবলৈ সংগঠন গঢ়িছিল! চ'চিয়েলিষ্ট

পার্টিৰ সদস্য হৈ বিভিন্ন কৃষক-বনুৱাৰ আন্দোলনত যোগ দিছিল। গোলাঘাট মহকুমাৰ ঘিলাধাৰীত হোৱা কৃষক আন্দোলনো তেখেতৰ নেতৃত্বতেই পৰিচালিত হৈছিল। আজিও ঘিলাধাৰীত থকা চ'চিয়েলিষ্ট পথাৰে সেই স্মৃতি বহন কৰি আছে। মৃত্যুৰ আগমুহূৰ্তলৈকে সাম্ৰাজ্যবাদী, পুঁজিবাদীৰ বিৰুদ্ধে হুংকাৰ কৰিয়েই ১৯৬৬ চনৰ ১৮ নৱেম্বৰত এই পুণ্যাত্মাই ইহসংসাৰ ত্যাগ কৰিলে। বকল্লাদেৱৰ ত্যাগ সকলোৰে বাবে আদৰ্শনীয় হওক।

———

# শংকৰ চন্দ্ৰ বৰুৱাৰ জীৱনত এভুমুকি

—গোবিন্দচন্দ্ৰ বৰুৱা

কৰ্মবীৰ শংকৰচন্দ্ৰ বৰুৱাৰ পূৰ্বৰ ঘৰ আছিল শিৱসাগৰৰ আমোলাপট্টিত। তেখেত আহোমৰ দিনৰ ৰাজকীয় বিষয়া পৰ্বতীয়া বৰুৱাৰ বংশধৰ। শিৱসাগৰলৈ যোৱাৰ আগতে তেখেতৰ বংশ পৰিয়ালৰ ঘৰ আছিল যোৰহাটৰ কেন্দুগুৰিত। এতিয়াও যোৰহাটৰ কেন্দুগুৰি আৰু অন্যান্য ঠাইত তেখেতসকলৰ বংশ পৰিয়াল আছে। তেখেতৰ দেউতাকৰ নাম আছিল কমল চন্দ্ৰ বৰুৱা আৰু মাকৰ নাম আছিল সৰ্বেশ্বৰী বৰুৱা। জন্ম হয় ১৮১৭ শকৰ ৬ ভাদ মঙ্গলবাৰে অৰ্থাৎ ১৮৯৫ চনৰ চেপ্তেম্বৰ মাহত। শ্ৰীশ্ৰীশংকৰদেৱ মহাপুৰুষৰ তিথিৰ দিনা জন্ম হোৱা বাবে শংকৰ নাম থলে। ককাই ভাই ছজন আছিল। তেখেত দেউতাকৰ তৃতীয় সন্তান। ১৮ বছৰ বয়সতেই দেউতাক ঢুকায়। দেউতাকৰ বিয়োগত পৰিয়ালটো কিছু অসুবিধাত পৰাত শংকৰ বৰুৱা আৰু ছজন ভায়েক যোৰহাটৰ কেন্দুগুৰিত ৰবদেউতাক স্তুতিৰাম বৰুৱা চিৰস্তাদাৰ আৰু দদায়েক ৰমাকান্ত বৰুৱাৰ তত্ত্বাৱধানত যোৰহাটৰ চৰকাৰী হাইস্কুলত পঢ়ে। কিছুদিন পঢ়াৰ পাচত ঘৰুৱা অসুবিধাৰ কাৰণে পুনৰ শিৱসাগৰলৈ গৈ তাত চৰকাৰী হাইস্কুলত পঢ়ে।

সেইসময়ৰ প্ৰথম শ্ৰেণী আৰু আজিকালিৰ ক্লাচ টেনলৈকে পঢ়ি ঘৰুৱা অৱস্থা নোহোৱাৰ কাৰণে স্কুল এৰিবলগীয়া হয়। শংকৰ বৰুৱা এজন ফুটবল, টেনিচ আৰু ক্ৰিকেট খেলুৱৈ আছিল। প্ৰথমতে স্থানীয় গড়কাপ্তানি অফিচত কেৰাণী কামত সোমায়। প্ৰায় এবছৰ কাম কৰাৰ পাচত টিঙ্গালিবাম বুলি চাহাবৰ বাগিছাত দ্বিতীয় কেৰাণী হয়। সেই বাগিছাত ছবছৰমান কাম কৰাৰ পাচত হেডক্লাৰ্ক পদলৈ প্ৰমোচন

পায়। সেই পদত ৪/৫ মাহমান থাকোঁতেই ১৯২১ চনত প্ৰথমবাৰৰ কাৰণে মহাত্মা গান্ধী, মদনমোহন মালব্য, মহম্মদ আলী, চৌকৎ আলী আদি নেতাসকল অসমলৈ আহিছিল। নেতাসকল যেলেৰে ডিব্ৰুগড়ৰ পৰা ঘূৰি আহোঁতে শিমলুগুৰি ষ্টেচনত আধাঘণ্টামান বৈ ভাষণ দিয়াৰ কথা আছিল। সেই ভাষণ শুনিবলৈ শিৱসাগৰৰ সকলো অঞ্চলৰ বহুতো লোক শিমলুগুৰিত পুৱাৰে পৰা গোট খাইছিল। এই ভাষণ শুনিবলৈ শংকৰ বৰুৱাও বাগিছাৰ পৰা চাহাবক নোকোৱাকৈ গৈছিল। শিমলুগুৰিত মহাত্মা গান্ধী আৰু অন্যান্য নেতাসকলৰ উদ্দীপনাপূৰ্ণ ভাষণ শুনি শংকৰ বৰুৱা তেখেতৰ লগৰীয়া কিছুলোকৰ সৈতে যোৰহাট পালেগৈ। যোৰহাট কাছাৰী খেলপথাৰত পাচদিনা পুৱা বিৰাট ৰাজহুৱা সভা হয়। মহাত্মা গান্ধী আৰু অন্য নেতাসকলে বৃটিছ শাসনৰ বিৰুদ্ধে তাত উত্তেজনাপূৰ্ণ ভাষণ দিয়ে। নেতাসকলৰ এই আহ্বানত খেলপথাৰত দ'ম দ'ম বিদেশী কাপোৰ, সূতা আদি জ্বলাই ইংৰাজ শাসনৰ বিৰুদ্ধে সমবেত বাইজে ধ্বনি দিয়ে। শংকৰ বৰুৱাই শিমলুগুৰি আৰু যোৰহাটৰ সভাত মহাত্মাৰ বক্তৃতা শুনি মোহিত হয় আৰু কংগ্ৰেছত যোগ দিয়ে। পৰিয়ালৰ অন্যান্য লোক-সকলৰ অনিচ্ছা স্বত্বেও তেখেতে বাগিছাৰ চাহাবৰ তলত চাকৰি নকৰো বুলি চাকৰি ত্যাগ কৰে। চাহাবে শংকৰ বৰুৱাক বিচাৰি মানুহ পঠাইছিল। শংকৰ বৰুৱাই সেইজন মানুহৰ হাতেতেই পদত্যাগ-পত্ৰ দি পঠায়।

শিৱসাগৰত স্বেচ্ছাসেৱক হিচাপে কংগ্ৰেছৰ সংগঠনৰ কামত আত্মনিয়োগ কৰি বৰুৱাই আন্দোলনৰ কাম আৰম্ভ কৰে। ১৯২১ চনত ৩০ ডিচেম্বৰৰ দিনা স্বৰাজ সঙ্গীত গাই শোভাযাত্ৰা কৰাৰ অপাৰাধত শংকৰ বৰুৱা প্ৰমুখ্যে ২৪জন লোকক পুলিচে গ্ৰেপ্তাৰ কৰে। তেখেত ছমাহ কাৰাগাৰত থাকিবলগীয়া হয়।

১৯২২ চনত মহাত্মা গান্ধীৰ নিৰ্দেশক্ৰমে স্বাধীনতা আন্দোলন সাময়িকভাৱে স্থগিত হয়। তেতিয়া শংকৰ বৰুৱা সংগঠনৰ কামত

লাগে। সংগঠনৰ কামত লাগি থকাৰ সময়তে তেখেতে কেইজনমান-লোকৰ লগত কপাহ, কপাহী সূতা, যঁতৰ, নেওঠনী আদিৰ এখন দোকান দিয়ে। দোকানৰ বাবে কপাহ আনিবলৈ বকৰা মাজে মাজে মিকিৰ পাহাৰলৈ (বৰ্ত্তমানৰ কাৰ্বি আংলং) যাবলগীয়া হৈছিল। এইদৰে আহ-যাহ কৰোঁতে গোলাঘাটত তেতিয়া কংগ্ৰেছৰ সংগঠনত নেতৃস্থানীয় লোক নোহোৱাটো বকৰাৰ চকুত পৰে। তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, হৰেকৃষ্ণ দাস আদি নেতাসকলে অসমৰ বিভিন্ন ঠাইত সভা-সমিতি পাতি সংগঠন কৰি ফুৰিছিল। শংকৰ বকৰাও সেইসকলৰ লগত আছিল। গোলাঘাটত কংগ্ৰেছৰ সংগঠন গঢ়ি তোলাৰ দায়িত্ব বকৰাৰ ওপৰত পৰে। তেতিয়াৰ পৰাই তেখেতে দেহ-প্ৰাণ উবুৰিয়াই গোলাঘাটত কংগ্ৰেছৰ কামত লাগি যায়। তেখেতৰ যত্নতেই গোলাঘাটৰ এটা আঢ্যৱন্ত পৰিয়ালৰ লোক চাহ-বাগিছাৰ মালিক, উকীল শ্ৰীৰাজেন্দ্ৰনাথ বকৰাই কংগ্ৰেছত যোগ দিয়ে। আন্দোলন দমনৰ নামত ইংৰাজ চৰকাৰে কংগ্ৰেছ কৰ্মীসকলৰ ওপৰত চলোৱা নিৰ্যাতনৰ বাবে ১৯২১ চনতেই শংকৰ বকৰাই কিছুদিন আত্মগোপন কৰিছিল।

শংকৰ বকৰা গোলাঘাট জিলা কংগ্ৰেছ কমিটিৰ সভাপতি আৰু সম্পাদক হৈছিল। আনকি তেখেত গোলাঘাটৰ পৰা অসম কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্য আৰু নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সদস্যও নিৰ্বাচিত হৈছিল। সেই সময়ত এনেকুৱা পদৱী লাভ কৰাটো বৰ গুৰুত্বপূৰ্ণ আৰু সন্মানৰ কথা আছিল। ১৯৩০ চনত শিক্ষাবিভাগৰ ডিৰেক্টৰ কানিংহাম চাহাবৰ চাকুৰ্লাৰ সম্পৰ্কত অসমৰ শিক্ষানুষ্ঠান-বোৰত অসহযোগ আন্দোলনৰ সূত্ৰপাত হয়। ছাত্ৰসকল স্কুলৰ পৰা ওলাই আহি আন্দোলনত জঁপিয়াই পৰিল। ঠায়ে ঠায়ে কিছুমান দেশীয় স্কুল গঢ়ি উঠিল। এই আন্দোলনতো শংকৰ বকৰাই নেতৃত্ব দিছিল। গোলাঘাট মহকুমাৰ কালিয়নীৰ বুঢ়াগোহাঁইথানত এখন আশ্ৰম পাতি বহুতো লোকক আশ্ৰমৰ আদৰ্শত দীক্ষিত কৰি সংগঠনক

কামত লগাইছিল। ১৯৩৬ চনত তেখেতে গোলাঘাট টাউনৰ দক্ষিণে কেটমাইলমান আঁতৰৰ দ-চমুৱা গাৱঁৰ ভুবন দত্তৰ জীয়েক, কংগ্ৰেছৰ স্বেচ্ছাসেৱিকা শ্ৰীমতী অন্নপ্ৰভাক বিয়া কৰায়। বৰ্তমান গোলাঘাট নগৰত তেখেতসকল থকা বাবীখন আশ্ৰম আছিল। ইয়াৰ পৰাই বিয়া হৈছিল। বিয়াখনৰ খৰচ-পাতি গাঁৱে ভুঁএে থকা কৰ্মীসকলেই যোগাৰ কৰি দিছিল। বিয়াত ড° ভুবনেশ্বৰ বৰুৱা, ভদ্ৰকান্ত ফুকন, বিষ্ণু কাকতী, ৰাজেন্দ্ৰনাথ বৰুৱা আদিয়ে বিভিন্ন প্ৰকাৰে সহায় কৰিছিল। মুঠতে বিয়াখন এজন স্বেচ্ছাসেৱকৰ জীৱনৰ আদৰ্শক ৰূপায়িত কৰাৰ ক্ষেত্ৰত এক আন্দোলনৰ দৰে হৈছিল।

১৯৪২ চনৰ নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বোম্বাই অধিবেশনত গৃহীত "ভাৰত ত্যাগ" প্ৰস্তাৱ যোগে ইংৰাজক ভাৰত ত্যাগ কৰিবলৈ আহ্বান জনোৱাৰ লগে লগে মহাত্মা গান্ধীকে প্ৰমুখ্য কৰি কংগ্ৰেছৰ নেতাসকলক গ্ৰেপ্তাৰ কৰে। সমগ্ৰ দেশ জুৰি গ্ৰেপ্তাৰ কাৰ্য চলিল। শংকৰ বৰুৱাই আত্মগোপন কৰি সংগঠন আৰু আন্দোলন পৰিচালনাৰ দায়িত্ব ল'লে।

১৯৩৭ চনৰ পৰা ১৯৪৫ চনলৈকে শংকৰ বৰুৱা অসম বিধানসভাৰ সদস্য আছিল। ১৯৪২-ৰ আন্দোলনত আত্মগোপন কৰি থকা কালছোৱাত তেখেতে বিপ্লৱী নেতা জয়প্ৰকাশ নাৰায়ণ, অৰুণা আছফ আলী আদিৰ সংগ্ৰাম সমিতিৰ লগত সংযোগ স্থাপন কৰি অসমৰ জিলাই জিলাই সংগঠন গঢ়ি তুলিছিল। বৰুৱাক ধৰি দিলে দহ হাজাৰ টকা পুৰস্কাৰ দিয়া হ'ব বুলি বৃটিছ চৰকাৰে ঘোষণা কৰিছিল। বৰুৱাৰ গোলাঘাটৰ ঘৰ-দুৱাৰ পুলিচে লণ্ড-ভণ্ড কৰিলে আৰু বস্তু-বাহানি লৈ গ'ল। তেখেতৰ পৰিবাৰে কোলাত কেঁচুৱা লৈ লোকৰ আশ্ৰয়ত থাকিবলগীয়া হ'ল। অৱশেষত বৰুৱা গ্ৰেপ্তাৰ হ'ল আৰু ১৯৪৫ চনৰ শেষৰফালে মুক্তিলাভ কৰি ঘৰলৈ ঘূৰি আহে। একেবাৰেই ভগা-ছিগা শূন্য ঘৰখন ৰাইজে বাঁহ-খেৰ গোটাই পুনৰ সাজি দিলে। বাচন-বৰ্তন আদিও ৰাইজে যোগাৰ কৰি দিলে।

১৯২২ চনত মদনমোহন মালব্য অসমলৈ আহোঁতে তেখেতক লগত ফুৰাৰ কাৰণে শংকৰ বৰুৱাক পুলিচে গ্ৰেপ্তাৰ কৰি জেলত দিয়ে।

১৯২৩-২৪ চনত তেখেতে বৰকাঠনিত এখন আশ্ৰম প্ৰতিষ্ঠা কৰে। তাৰ পাচত বুঢ়াগোহাঁইখাত আৰু বৰুতিয়ালত দুখন আশ্ৰম পাতে। এই আশ্ৰমবোৰৰ যোগেদি বৰুৱাই শ-শ লোকক গঠনমূলক কামৰ শিক্ষা দিয়াৰ প্ৰচেষ্টা চলাইছিল।

১৯২৪ চনত তেখেত গোলাঘাট জিলা কংগ্ৰেছৰ সম্পাদক নিৰ্বাচিত হয়। ১৯২৫ চনত মৌ-খোৱা মৌজাৰ শিয়ালেখাতীত আশ্ৰম প্ৰতিষ্ঠা কৰে। সেই আশ্ৰমৰ দায়িত্বত থকা কেহোঁৰাম হাজৰিকাক কোনো দুৰ্বৃত্তই হত্যা কৰাত বৰুৱাই ২৮ দিন অনশন পালন কৰে। সেই সময়ত মহাত্মা গান্ধী অসমলৈ অহাত অনশনৰ অৱস্থাতেই বৰুৱাই গান্ধীজীক দেখা কৰে। মহাত্মাৰ আশীৰ্বাদ লৈ তেখেতে সময়মতে অনশন ভঙ্গ কৰে। সেইবছৰ পাটনাত অনুষ্ঠিত নিখিল ভাৰত কংগ্ৰেছ কমিটিত বৰুৱাই যোগ দিয়ে। তাতে গান্ধীজীক দেখা কৰি বাহিৰে বাহিৰে সবৰমতী আশ্ৰমলৈ যায়। তিনিমাহ সবৰমতী আশ্ৰমত থাকি আশ্ৰমৰ শিক্ষা গ্ৰহণ কৰে। কানপুৰত বহা নিখিল ভাৰত কংগ্ৰেছ অধিবেশনতো তেখেতে যোগ দিছিল। অন্যান্যসকলৰ লগত আলোচনা কৰি ১৯২৬ চনত অসমলৈ কংগ্ৰেছ মহাসভা আমন্ত্ৰণত আগভাগ লয়।

১৯২৩ চনত গুৱাহাটীৰ পাণ্ডুত বহা অধিবেশনত গুৱাহাটীতে থাকি এই অধিবেশন কৃতকাৰ্য কৰিবলৈ তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, ৰোহিনীকান্ত হাতীবৰুৱা আদিৰ লগত বৰুৱাই অশেষ পৰিশ্ৰম কৰে।

১৯২৭ চনৰ পৰা ১৯২৯ চনলৈকে বৰুৱাদেৱে গোলাঘাট অঞ্চলত প্ৰতিষ্ঠা কৰা আশ্ৰমকেইখন মহাত্মা গান্ধীৰ আশ্ৰমৰ আৰ্হিৰে গঢ় দিবলৈ যত্ন কৰে। ১৯২৯ চনৰ শেষত মহাত্মা গান্ধীয়ে লোণ আইন অমান্য আন্দোলন আৰম্ভ কৰে। সমগ্ৰ ভাৰততে ইয়াৰ প্ৰভাৱ পৰে। শংকৰ বৰুৱাই লোণ আইন অমান্য আন্দোলনৰ দাণ্ডি যাত্ৰালৈ

গোলাঘাটৰ পৰা কেশৱ সোনোৱাল, কণক দাস (কবীৰ) আদিক পঠাইছিল।

১৯৩০ চনত সেই সময়ৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড আৰউইন যোৰহাটলৈ আহিছিল। কংগ্ৰেছ নেতৃবৃন্দই লৰ্ড আৰউইনক ক'লা পতাকা দেখুৱাবলৈ সিদ্ধান্ত কৰে বকৰাদেৱৰ নেতৃত্বত কিছুসংখ্যক কংগ্ৰেছকৰ্মী যোৰহাটলৈ আহি গৱৰ্ণৰ জেনেৰেল চিনামৰা ক্লাৱত চাহমেলত থাকোতেই ক'লা পতাকা প্ৰদৰ্শন কৰে। এই কাৰ্যত সহযোগ কৰা সকলৰ ভিতৰত শ্ৰীপূৰ্ণচন্দ্ৰ গোস্বামী, শ্ৰীদেৱেশ্বৰ শৰ্মা, গঙ্গাধৰ বৰকটকী, ৰামেশ্বৰ ভট্টাচাৰ্য, ধীৰেন দত্ত, ঊষা বৰুৱা, বগাই শইকীয়া, ভদ্ৰ ফুকন, কমলা দাস, কেশৱ সোনোৱাল, ঠগীৰাম বৰা, ভোলা বৰুৱা, তিলক সোনোৱাল, ঠগী কাকতী, সুৰেন ফুকন আদি আছিল।

১৯৩৮ চনত তেখেতৰ যত্নতেই গোলাঘাটত ক'লাজ্বৰ নিবাৰণী সমিতি এখন গঠন হয়। বকৰাদেৱক সভাপতি আৰু শ্ৰীপূৰ্ণচন্দ্ৰ গোস্বামীক সম্পাদক হিচাপে লৈ এই সমিতিয়ে অসমত ব্যাপকভাৱে দেখা দিয়া ক'লাজ্বৰৰ বিৰুদ্ধে অভিযান চলায়। ইয়াৰ ফলতে গোলাঘাটত ক'লাজ্বৰ হস্পিতেল প্ৰতিষ্ঠা হয়।

১৯৪২ চনৰ গণ-আন্দোলনত বকৰাই পলাতক হিচাপে কৰ্মীসকলক পৰিচালনা কৰিছিল। এই সময়ৰ আন্দোলনত বকৰাই বহুতো গুৰুত্বপূৰ্ণ আৰু দুঃসাহসিক কাম সমাধা কৰিছিল। তেখেতৰ পলাতক জীৱনৰ দুঃসাহসিক কাৰ্যাৱলীয়ে কৰ্মীসকলৰ মনোবল অটুট ৰখাত সহায় কৰিছিল।

অত্যন্ত কষ্টকৰ জীৱনযাপন কৰি অসমৰ বিভিন্ন ঠাইত সংগঠন গঢ়ি তোলাত বকৰাই আত্মনিয়োগ কৰিছিল। মহাযুদ্ধৰ বিভীষিকাৰ প্ৰতি ৰাইজক সজাগ কৰি তুলিছিল আৰু বৃটিছক খেদোৱাৰ এইয়ে উপযুক্ত সময় বুলি বিভিন্ন ঠাইত মুক্তিবাহিনী গঠন কৰিছিল। যুদ্ধৰ সময়ত তিৰোতাসকলক আত্মৰক্ষাৰ কাৰণে সশস্ত্ৰ হৈ থাকিবলৈ তেখেতে উপদেশ দিছিল। বকৰাৰ এই কাৰ্যত হিংসাই ঠাই পোৱা বুলি

বহুতো কংগ্ৰেছ নেতাই তেখেতক দোবাবোল কৰি মহাত্মাক জনাইছিল। পিচে, যুদ্ধৰ সময়ত প্ৰতিবোধ আন্দোলনৰ আৰম্ভকৰ্তাৰ কথা বকৰাই গান্ধীক বুজাবলৈ সমৰ্থ হৈছিল।

দ্বিতীয় মহাসমৰৰ আৰম্ভণিতে ব্ৰহ্মদেশৰ পৰা অহা ভাৰতীয় ভগনীয়াসকলক ডিমাপুৰত কেম্প পাতি শুশ্ৰূষা কৰাত কৰ্মীসকলক লগতলৈ বকৰাই দেহেকেহে খাটিছিল। ১৯৪৮ চনত বকৰা ভদ্ৰফুকনৰ সৈতে নাচিক কংগ্ৰেছ অধিবেশনলৈ যায়। তাতেই আচাৰ্য নৰেন্দ্ৰদেৱৰ নেতৃত্বত গঠিত কংগ্ৰেছ চ'ছিয়েলিষ্ট পাৰ্টিত যোগ দিয়ে। পিচত তেখেতে অসমত চ'ছিয়েলিষ্ট পাৰ্টি গঠনত আগভাগ লয়। আৰু, এই চ'ছিয়েলিষ্ট পাৰ্টিৰ সভাপতি নিৰ্বাচিত হয়।

১৯৪৯ চনত গোলাঘাটত কলেজ স্থাপনত শংকৰ বকৰাই সক্ৰিয় ভূমিকা লয়। কলেজখন প্ৰতিষ্ঠা কৰি ঠন ধৰি নুঠালৈকে তেখেতে বিভিন্ন প্ৰকাৰে সহায় সহযোগ আগবঢ়াই কৰ্মীসকলক উৎসাহিত কৰি আছিল। বকৰাৰ যত্নতেই দেৱৰাজ ৰয়ৰ পৰা একলাখ টকাৰ এটি দান কলেজে লাভ কৰিবলৈ সক্ষম হয়।

১৯৫৫ চনত বকৰাই গয়াত বহা সৰ্বোদয় সম্মিলনত যোগ দি "জীৱনদানী" হৈ ঘূৰি আহে। বিনোৱাজীৰ ভূদান আন্দোলনত সহযোগ কৰি শংকৰ বাওদেও অসমলৈ আহোঁতে তেখেতে সমগ্ৰ অসম ভ্ৰমণ কৰিছিল।

১৯৫৭ চনৰ পৰা বকৰাদেৱ সমবায় আন্দোলনৰ লগত জড়িত হৈ পৰে। গোলাঘাটৰ বকৰাবামুণগাৱঁত স্থাপন হোৱা অসম সমবায় চেনিকল স্থাপনৰ কামতো আৰম্ভণিৰে পৰাই বকৰাই সহযোগিতা আগবঢ়াইছিল। ওচৰৰ বাইজক কুঁহিয়াৰ খেতি কৰা আৰু ফাৰ্ম পতা কামত উৎসাহ যোগাইছিল। তেখেতে এখন সমবায় কুঁহিয়াৰ ফাৰ্ম প্ৰতিষ্ঠা কৰি চেনিকলত কুঁহিয়াৰ যোগান ধৰিছিল। নিজৰ মাটিবাৰী বন্ধকত দি বকৰাই সেই ফাৰ্মৰ বাবে চৰকাৰৰ পৰা টকা ধাৰে লৈছিল। পিচত চৰকাৰৰ নিয়মীয়া সাহায্যৰ পৰা বঞ্চিত হোৱা বাবে বকৰাই

সেই কাৰ্য এৰিবলগীয়া হয়। কাৰ্যৰ ধাৰ পৰিশোধ কৰিবলৈ তেওঁৰ শিৱসাগৰত থকা পৈতৃক সম্পত্তি বিক্ৰী কৰিবলগীয়া হয়।

১৯৬২ চনত বৰুৱা অসম খাদী গ্ৰামোদ্যোগ ব'ৰ্ডৰ সদস্য নিৰ্বাচিত হয়। ১৯৬৪ চনত খাদী বোৰ্ডৰ কামত প্ৰিয় বৰুৱাৰ সৈতে বিয়াত আহোঁতে গুৱাহাটীৰ চেনিকুঠীৰ ওচৰত দুৰ্ঘটনাত পৰাত ভৰি এখন বেয়াকৈ জখম হয়। প্ৰায় চাৰিমাহকাল গুৱাহাটী মেডিকেল কলেজত তেখেত থাকিবলগীয়া হ'ল। তেতিয়াৰ পৰাই তেখেতৰ স্বাস্থ্যৰ অৱনতি ঘটে। ১৯৬৬ চনৰ জানুৱাৰী মাহৰ পৰা তেখেত আগৰে-পৰাই ভুগি থকা এজ্‌মা ৰোগত আক্ৰান্ত হয়। এই বছৰটো এৰাধৰাকৈ হস্পিতেলত থাকি ১৯৬৬ চনৰ ১৮ নৱেম্বৰ ৭১ বছৰ বয়সত বৰুৱাদেৱে ইহলীলা সম্বৰণ কৰে।

শংকৰ বৰুৱাৰ চাৰিটি পুত্ৰ আৰু দুটি কন্যাসন্তান। আজীৱন দেশৰ কামত নিজকে উছৰ্গা কৰি পাৰয়ালৰ উন্নতিৰ কাৰণে বৰুৱাই যদিও বিশেষ একো কৰিব নোৱাৰিলে, ভগৱানৰ কৃপাত জীৱনব্যাপী কৰা সৎকৰ্মৰ ফলশ্ৰুতি হিচাপে পৰিয়ালৰ সকলোটিয়েই উন্নতিৰ পথত আগবাঢ়িছে।

---

# শংকৰ বৰুৱাৰ বিষয়ে যৎকিঞ্চিৎ

—পৰুল বৰুৱা

সেই সময়ত গোলাঘাট নিচেই সৰু চহৰ। মানুহ কম। চৰকাৰী হাইস্কুলৰ বাহিৰে উচ্চ শিক্ষানুষ্ঠান নাছিল। নগৰৰ স্কুলৰ শিক্ষক কেইজনেই বহুতৰ মানত ডাঙৰ আৰু বিদ্বান মানুহ। এইসকলক সকলোৱেই শ্ৰদ্ধা কৰে। কলেজ হোৱাৰ পাচত এই সন্মান অধ্যাপক-সকলে লাভ কৰে। ভলন্টিয়াৰসকল ৰাইজৰ চকুত সততাই পৰে। কংগ্ৰেছ বিৰোধীসকলেও এই ভলন্টিয়াৰসকলক উলাই নকৰিছিল। আন ৰাজনৈতিক দল বুলিবলৈ বিশেষ নাছিল, কংগ্ৰেছী সকলেই মূলতঃ ৰাজনৈতিক দলৰ লোক। অ-কংগ্ৰেছীসকল ৰাজভক্ত, এনে ধাৰণাৰেই ৰাজনীতি চলিছিল বুলিব লাগে। তেনে এটা পৰিবেশ থকা অৱস্থাতেই শংকৰ বৰুৱা গোলাঘাটলৈ আহে।

শংকৰ বৰুৱাক সমাজকৰ্মী, সংগঠক আৰু বিপ্লৱী ৰূপত দেখা যায়। ইয়াৰ প্ৰতিক্ষেত্ৰতে তেখেতে এজন দক্ষ নেতা হিচাপে পাৰদৰ্শিতা দেখুৱাব পাৰিছিল। ১৯২১ চনৰ আন্দোলন কিছু শাম কটাৰ পাচত কংগ্ৰেছ কৰ্মীসকলে আশ্ৰম আদি প্ৰতিষ্ঠা কৰাত মনোনিবেশ কৰে। শংকৰ বৰুৱায়ো ১৯২২ চনৰ পৰা ১৯৩০/৩২ চনৰ ভিতৰত গোলাঘাট মহকুমাৰ বুঢ়াগোহাঁইখাত, বৰকাঠনি আদি বিভিন্ন ঠাইত ৫/৬ খন আশ্ৰম পাতে। তেতিয়া তেখেত আশ্ৰমী হ'লেও তেখেতৰ কাষলতিৰ তলৰ মোনাত থাকে কংগ্ৰেছৰ প্ৰচাৰ পত্ৰিকা আৰু বাতৰি কাকত। সেই সময়ত বাতৰি কাকত বুলিলে অসমত "সাদিনীয়া অসমীয়া" খনহে। কংগ্ৰেছৰ বিষয়ে প্ৰকাশ হোৱা কথাবোৰ তেখেতে ৰাইজক পঢ়ি শুনায়। আশ্ৰমবোৰ পিচপৰা ঠাইত পাতি তাৰ জৰিয়তে গান্ধীজীৰ মাদক দ্ৰব্য বৰ্জন আদি গঠনমূলক কামবোৰৰ অনুশীলন কৰিছিল।

১৯৩৭ চনত নতুন সংস্কাৰ আইনমতে নিৰ্বাচন অনুষ্ঠিত হয়। তেতিয়া গোলাঘাট মহকুমাত দুটা মাত্ৰ সমষ্টি আছিল। উত্তৰ আৰু দক্ষিণ গোলাঘাট সমষ্টি। এই নিৰ্বাচনত উত্তৰ গোলাঘাট সমষ্টিত কংগ্ৰেছৰ পৰা ৰাজেন্দ্ৰনাথ বৰুৱা আৰু আনটো সমষ্টিত শংকৰ চন্দ্ৰ বৰুৱাক কংগ্ৰেছে থিয় কৰায়। শংকৰ বৰুৱাৰ লগত প্ৰতিদ্বন্দ্বিতা আগবঢ়াইছিল গোলাঘাটৰ স্বনামধন্য উকীল মহেন্দ্ৰনাথ গোহাঁয়ে। সেইসময়ত আজিৰ দৰে গণভোট নাছিল, সীমাবদ্ধ ভোটৰহে ব্যৱস্থা আছিল। শংকৰ বৰুৱা গাৱেঁ-ভূঞে ঘূৰি-ফুৰা কংগ্ৰেছী ভলন্টিয়াৰহে আছিল, অথচ গোহাঁইৰ দৰে এগৰাকী প্ৰভাৱশালী ব্যক্তিক পৰাস্ত কৰি শংকৰ বৰুৱা জিকিল। বৰুৱাই এই জয়লাভক কংগ্ৰেছৰ জয় বুলিয়েই গণ্য কৰিছিল। তেখেতে ভোটৰ খবৰ ওলোৱাৰ পাচত মহেন্দ্ৰনাথ গোহাঁইক দেখা কৰি কংগ্ৰেছত যোগ দিবলৈ আহ্বান জনাইছিল। সেই সময়ত প্ৰতিদ্বন্দ্বী প্ৰাৰ্থীৰ মাজত আজিৰ দৰে বৈৰী ভাৱ সৃষ্টি হোৱা দেখা নগৈছিল।

আইনসভাৰ সদস্য হৈ থাকোতেও বৰুৱাই সাধাৰণ ভলন্টিয়াৰৰ দৰেই কাম কৰি ফুৰিছিল। সদায় জন-সংযোগ ৰক্ষা কৰি চলিছিল। টাউনত থকা ৰূপিত মাটিত হালোৱাৰ লগত হাল বাই খেতিও কৰিছিল। লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ নেতৃত্বত কংগ্ৰেছ কোৱালিছন মন্ত্ৰীসভা গঠন হোৱাৰ সময়ত বৰুৱাৰ কৰ্ম-নিপুণতা ভালকৈ প্ৰকাশ পাইছিল। বৰুৱাই দলীয় শৃঙ্খলা সদায় অটুট ৰাখিছিল। ৰাজনীতি যে প্ৰকৃততে ৰাইজৰ মঙ্গল কাৰণেহে, এই কথা তেখেতে হৃদয়ঙ্গম কৰিব পাৰিছিল। শংকৰ বৰুৱাৰ দৰে নিঃস্বাৰ্থ দেশকৰ্মী থকা বাবেই অসম কংগ্ৰেছে ভাৰতৰ ভিতৰতে যশস্যা আৰ্জিবলৈ সক্ষম হৈছিল।

১৯৪২ চনত দ্বিতীয় মহাসমৰৰ বিভীষিকাই অসম ছানি ধৰিলে। বিদেশী সৈন্যই অসম ভৰি পৰিল। তেনে পৰিস্থিতিত কংগ্ৰেছ মহাসভাই নিজৰ কৰ্তব্য স্থিৰ কৰিবলৈ বোম্বাই মহানগৰীত সম্মিলিত

হৈ বিখ্যাত 'ভাৰত ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰে। সেই চনৰে ৯ আগষ্টৰ দিনা পুৱা বোম্বাইত কংগ্ৰেছৰ সকলো শীৰ্ষস্থানীয় নেতাক বৃটিছ চৰকাৰে আটক কৰিলে। দেশৰ বিভিন্ন ঠাইত ধৰ-পাকৰ চলিল। অসমতো গোপীনাথ বৰদলৈ প্ৰমুখ্যে নেতৃবৃন্দক গ্ৰেপ্তাৰ কৰিলে। শংকৰ বৰুৱাই আত্মগোপন কৰি ফুৰিবলৈ ধৰিলে। তেখেতে আক্ষেপ কৰি কৈছিল যে বৰদলৈয়ে গ্ৰেপ্তাৰ বৰণ কৰিব নালাগিছিল। বৰুৱা গুপ্ত আন্দোলনত নামি পৰিল আৰু গাৱেঁ-ভূঞে যুদ্ধবিৰোধী প্ৰচাৰ চলাই কৰ্মীসকলক সন্ত্ৰাসমূলক কাৰ্য কৰিবলৈ উদগনি দিলে। সেই সময়ত গুৰিয়ালবিহীন নাৱৰ দৰে নেতাবিহীন আন্দোলন চলিল। সমগ্ৰ দেশতে নানাধৰণৰ ধ্বংসাত্মক কাৰ্য সংঘটিত হ'ল। তেখেতে গোলাঘাটৰ ভালেমান বিশিষ্ট কৰ্মীক লৈ "ৱাৰ কাউন্সিল" গঠন কৰি এনে কাৰ্য চলোৱাৰ পৰিকল্পনা হাতত ললে। তেখেতৰ সহযোগী কৰ্মীসকলৰ ভিতৰত আছিল বৈকুণ্ঠ সিং, সুৰেন ফুকন, ভদ্ৰকান্ত ফুকন, ঠগী বৰা, গন্ধৰাম গগৈ, ৰমাকান্ত গগৈ, আপিৰাম গগৈ, গকুল বৰুৱা, ডিম্বেশ্বৰ নেওগ আদি। জেলত থকা নেতাসকলে এনে কাৰ্যক সমালোচনা কৰাৰ খবৰ তেখেতে পাইছিল যদিও তেখেতে নিজকে প্ৰকৃত গান্ধীবাদী বুলি দুৰ্বলীজনক ৰক্ষা কৰিবলৈ আগবাঢ়ি গৈছিল আৰু যুদ্ধৰ বিৰুদ্ধাচৰণ কৰিবলৈ এৰা নাছিল। বৰুৱাৰ আছিল দুৰ্দমনীয় মন আৰু দৃঢ়তা। মহাত্মা গান্ধীৰ ওচৰত তেখেতৰ বিৰুদ্ধে অভিযোগ দিয়া হৈছিল যদিও তেখেতে কৈছিল যে, নেতাবিহীন লোকসকলক ৰক্ষা কৰিবলৈ লোৱা কাৰ্যত গান্ধীজীয়ে কেতিয়াও সমৰ্থন নিদি নোৱাৰে।

আত্মগোপন কৰি থকা কালছোৱাত বৰুৱাই অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে ভ্ৰমণ কৰিছিল। তেখেতে এই আন্দোলনৰ সৰ্বভাৰতীয় নেত্ৰী অৰুণা আছফ আলীকো লগ ধৰিছিল। মাজতে এবাৰ বোম্বাইলৈ গৈ তাৰ ভিক্টোৰিয়া গাৰ্ডেনস্থ জিতেন বৰুৱাৰ ঘৰত আছিলগৈ। আজাদ হিন্দ ফৌজ কহিমা পাওঁতে বহুতো কৰ্মীৰ মন

বিচলিত হৈছিল। তেতিয়া তেখেতে দৃঢ় মনেৰে কৰ্মীসকলক বুজনি দিছিল—"আজাদ হিন্দ ফৌজ এতিয়া জাপানৰ আব্‌দাবত চলিছে। আমি ভাৰতবৰ্ষক কেতিয়াও এখন ফেঁচীবাদী দেশৰ বহুতীয়া হবলৈ দিব নোৱাৰোঁ। সুভাষ বসু জাপানৰ নিৰ্দেশত আহিলে আমি প্ৰাণপণে প্ৰতিৰোধ কৰিব লাগিব। আমি মালিক সলাবলৈ আন্দোলন কৰা নাই।" এইয়ে আছিল তেখেতৰ দৃষ্টিভঙ্গী।

এবাৰ বুঢ়ালিকচন গাৱঁৰ ৰমা গগৈৰ ঘৰত সৰু পথাৰত ৰেল বগৰোৱাৰ অলপ দিনৰ পাচতেই "ৱাৰ কাউন্সিলৰ" সভা বহে। সভাত শঙ্কৰ বৰুৱা, বৈকুণ্ঠ সিং, আপিৰাম গগৈ, গকুল বৰুৱা, গঙ্গাই ৰৰা, ডিম্বেশ্বৰ নেওগ, মাণিক দত্ত আদি উপস্থিত আছিল। পুলিচে গম পাই দেৰগাৱঁৰ অ. চি. জনৰ নেতৃত্বত সেইসকলক গ্ৰেপ্তাৰ কৰাৰ প্ৰচেষ্টা চলালে। কিন্তু দেশপ্ৰেমিক ৰাইজে এই কথাৰ সম্ভেদ পাই সংকেত দিয়াত পুলিচৰ চেষ্টা বিফল হ'ল। দেৰগাৱঁৰ অত্যাচাৰী এই অ. চি. জনক কী শাস্তি দিয়া উচিত বুলি "ৱাৰ কাউন্সিল"ত আলোচনা হ'ল। আলোচনাৰ শেষত শংকৰ বৰুৱাই ৰায় দিলে—"তেওঁ নিজৰ কৰ্তব্য কৰিছে। বৃটিছ চৰকাৰৰ অনুচৰ হিচাপে বেছি কথা বুলিব নোৱাৰি। আমি স্বাধীন হ'লেও এনে কৰ্তব্যপৰায়ণ কৰ্মচাৰী লাগিব।" শংকৰ বৰুৱাৰ বিচাৰ এনে আছিল।

বিয়াল্লিশৰ আন্দোলনৰ সময়ত গোলাঘাটত এজন চিলেটীয়া মুছলমান পুলিচ ইন্স্‌পেক্টৰ আছিল। একোছা দাড়ি আছিল কাৰণে মানুহে তেওঁক "দড়ীয়া ইন্সপেক্টৰ" নাম দিছিল। শংকৰ বৰুৱা পলাতক অৱস্থাত থাকোতে এদিন ফৰকাটিঙৰ পৰা দগাৱঁলৈ প্ৰায় ১½ মাইল বাট খোজ কাঢ়ি গৈছিল। বৰুৱাক দেখি এজন লোকে ইন্সপেক্টৰজনক খবৰ দিলে। ইন্সপেক্টৰজনে হেনো কৈছিল,—"আপুনি ধৰি দিয়ক। তেতিয়াহে আপুনি দহ হেজাৰ টকা পাব। মই ধৰিলে নাপাওঁ নহয়। খবৰ দিলেই বক্‌চিচ্ নাপায়।" পাচত এই দড়ীয়া ইন্সপেক্টৰেই মুমলীগড়ত বৰুৱাক গ্ৰেপ্তাৰ কৰে। বৰুৱাই

মুক্তি পোৱাৰ পাচত গোলাঘাট নগৰৰ বাটত বৰুৱাক দেখা পাই ইন্সপেক্টৰজনে চাইকেলৰ পৰা নামি বৰুৱাক গৰামাৰি সাদৰ-সম্ভাষণ জনাইছিল। বৰুৱাই এই পুলিচ বিষয়াজনৰ কৰ্তব্যনিষ্ঠাকো প্ৰশংসা কৰিছিল।

স্বাধীন ভাৰতৰ প্ৰথম সাধাৰণ নিৰ্বাচনত বৰুৱা চ'ছিয়েলিষ্ট দলৰ প্ৰাৰ্থী আছিল। যিজন ৰাজেন বৰুৱাক তেখেতে কংগ্ৰেছলৈ আনিছিল, সেই ৰাজেন বৰুৱা আছিল তেখেতৰ প্ৰতিদ্বন্দ্বী কংগ্ৰেছ প্ৰাৰ্থী। শংকৰ বৰুৱা পৰাস্ত হ'ল। সমগ্ৰ অসমতে চ'ছিয়েলিষ্ট দলৰ শোচনীয় পৰাজয় হ'ল। ফলত চ'ছিয়েলিষ্ট দলত বিপৰ্যয়ে দেখা দিলে। কিছু লোক পুনৰ কংগ্ৰেছলৈ ঘূৰি গ'ল। কোনো কোনোৱে ৰাজনীতি এৰিলে, দুই-এক সন্ন্যাসী হ'ল। কিছু দৃঢ়কৰ্মীৰ লগত বৰুৱা থাকিল। সংগ্ৰামী মনোভাব লৈ বৰুৱাই কৃষক, বনুৱা আদিৰ সংগঠনৰ কামত আত্মনিয়োগ কৰিলে। বৰুৱাৰ সংগঠন আৰু সংগ্ৰামৰ এটি স্বাক্ষৰ হ'ল খিলাধাৰীৰ চ'ছিয়েলিষ্ট পথাৰ।

অসম সমবায় চেনিকল প্ৰতিষ্ঠাৰ সময়ত শংকৰ বৰুৱাই ইয়াক সুন্দৰকৈ গঢ় দিবলৈ যথেষ্ট খাটিছিল। কুঁহিয়াৰ যোগান ধৰাৰ উদ্দেশ্যে তেখেতে ভালেমান কুঁহিয়াৰ পাম প্ৰতিষ্ঠা কৰিছিল। কিন্তু চৰকাৰৰ পৰা উপযুক্ত সঁহাৰি নোপোৱাত এই পামবোৰে কৃতকাৰ্যতা লাভ কৰিব নোৱাৰিলে। ইয়াৰ বাবে বহুতেই শংকৰ বৰুৱাক দোষাৰোপ কৰিবলৈ বিচাৰিছিল। কিছু কংগ্ৰেছী লোকে এনে অৱস্থাত হেঁচা দি তেখেতক পুনৰ কংগ্ৰেছলৈ নিবলৈ যত্ন কৰিছিল। কিন্তু কাৰ্যত সি হৈ নুঠিল। শংকৰ বৰুৱা চ'ছিয়েলিষ্ট হৈ থাকিল। পাচত তেখেতে ভূদান আৰু সৰ্বোদয়ত লাগিছিল। মৃত্যু পৰ্যন্ত তেখেত গোলাঘাটৰ বিভিন্ন ৰাজহুৱা অনুষ্ঠানৰ লগত জড়িত হৈ আছিল। শেহতীয়াকৈ তেখেত অসম খাদী গ্ৰামোদ্যোগ ব'ৰ্ডৰ লগত সক্ৰিয়ভাৱে জড়িত হৈ পৰিছিল। শংকৰ বৰুৱাৰ কৰ্মময় জীৱনৰ অন্য এটি কীৰ্তিস্তম্ভ হ'ল—গোলাঘাটৰ দেৱৰাজ ৰয় কলেজ।

---

# স্বাধীনতা সংগ্ৰামৰ নিৰ্ভীক যুঁজাৰু শংকৰ বৰুৱা

—চিদানন্দ শইকীয়া

১৯২১ চনৰ অসহযোগ আন্দোলনে অসমতো খলকনি তোলে। প্ৰকৃতপক্ষে তেতিয়াৰ পৰাহে ভাৰতৰ মুক্তি আন্দোলনে এটা জোৰদাৰ ৰূপ লয়। অসমত তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, কুলধৰ চলিহা আদি বিশিষ্ট নেতাসকলে কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰি কংগ্ৰেছ সংগঠন গঢ়ি তোলাত বৰঙণি যোগায়। সেই চনতেই মহাত্মা গান্ধীয়ে প্ৰথম-বাৰৰ বাবে অসম ভ্ৰমণ কৰি যোৱাৰ পাচত আন্দোলন তীব্ৰ হয়। অসমৰ অন্যান্য ঠাইৰ লগতে গোলাঘাটৰ দেশপ্ৰেমিক ৰাইজো আন্দোলনত জপিয়াই পৰে। সমগ্ৰ মহকুমাতে জাতীয় জাগৰণৰ সোঁত বৈ যোৱাত বহুতো দেশকৰ্মীয়ে তাত সহযোগ কৰি নানা নিৰ্যাতন ভোগ কৰে। তেনে বহুলোকৰ নাম আজি হয়তো বিস্মৃতিৰ গৰ্ভত লীন হৈ গৈছে। তথাপি, কিছুসংখ্যক লোকৰ নাম উল্লেখ কৰিব পৰা যায়। ১৯২১ চনতেই কংগ্ৰেছত যোগ দিয়া বহুলোক পাচলৈ নানা কাৰণত হয়তো একেৰাহে লাগি থাকিব পৰা নাই। আনহাতে বহুতো কৰ্মী বিভিন্ন সময়ত আহি আন্দোলনত জপিয়াই পৰিছে। সেই সকলোৰে তালিকাত সন্নিবিষ্ট কৰি এটি সম্পূৰ্ণ চিত্ৰ দাঙি ধৰাটো কষ্টকৰ কাম। ১৯২১ চনতেই গোলাঘাটৰ মহেশ্বৰ বৰুৱা, তাৰাপ্ৰসাদ বৰুৱা, গকুলেশ্বৰ হাজৰিকা, 'বিপ্লৱী গোঁসাই' হাবিকা গোস্বামী; দেৰগাঁৱৰ গঙ্গাৰাম বৰমেধি, উকীল গঙ্গাধৰ বৰঠাকুৰ, কমল শৰ্মা; খুমটাইৰ গুণীন্দ্ৰনাথ বৰুৱা; মৰঙীৰ আনন্দ বৰুৱা, কমাৰগাওঁৰ কৈঁকাই সোনোৱাল, তিলক সোনোৱাল, নিত্যানন্দ কটকী, লক্ষ্মণ বৰঘৰীয়া; শেনচোৱাৰ কণক দাস, উমা দাস, হেমধৰ পাত্ৰবৰা, কেদাৰ

হাজৰিকা, চফিকুল হুচেইন, শেখ্ হাফিজুদ্দিন আদিয়ে কংগ্ৰেছত যোগ দিয়ে। সেই সময়তে শিৱসাগৰৰ পৰা শংকৰ চন্দ্ৰ বৰুৱা আহি এই কৰ্মীসকলৰ লগ লাগেহি। বৰুৱাগাৱঁৰ ভোলা বৰুৱাই ৰেলৰ চাকৰি এৰি সপৰিয়ালে দেশসেৱাত ব্ৰতী হয়। গোলাঘাটৰ বিশিষ্ট কংগ্ৰেছকৰ্মী ৰাজেন্দ্ৰনাথ বৰুৱাকো শংকৰ বৰুৱাই কংগ্ৰেছলৈ আনে। এইসকল কৰ্মী আৰু নেতাই আন্দোলনৰ আৰম্ভণিতে গোলাঘাটত কংগ্ৰেছৰ গঢ় দিয়াত আগভাগ লৈছিল।

স্বাধীনতা আন্দোলনৰ স্তৰে স্তৰে ১৯৪২ চনৰ 'ভাৰত-ত্যাগ' আন্দোলনলৈকে গোলাঘাট মহকুমাত শংকৰ বৰুৱাৰ কৰ্মশক্তিৰ বিনিময়ত কংগ্ৰেছে গঢ় লৈ উঠে আৰু বহুতো নিঃস্বাৰ্থ, নিৰ্ভীক, নিষ্ঠাবান কৰ্মী ওলায়। তেনে কৰ্মীৰ ভিতৰত ধীৰেন দত্ত, উমা বৰুৱা, ঠগিৰাম বৰা, খগিৰাম কাকতী, কেদাৰ হাজৰিকা, নৰেণ শৰ্মা, গকুল বৰুৱা, যদুনাথ শইকীয়া, খগেশ্বৰ তামুলী, জিউৰাম হাজৰিকা, ৰামদাস ৰবিদাস, জীৱেশ্বৰ হাজৰিকা, ধৰ্মেশ্বৰ বৰুৱা, ভদ্ৰকান্ত ফুকন, সুৰেন ফুকন, বৈকুণ্ঠ সিং, ধ্যানদাস শৰ্মা, দেবেশ্বৰ ৰাজখোৱা, ৰাম বৰুৱা, গন্ধৰাম গগৈ, আত্মাৰাম গগৈ, আপিৰাম গগৈ, বগাই শইকীয়া, বিষ্ণুৰাম কাকতী, কমলচন্দ্ৰ শইকীয়া ভোগেশ্বৰ বৰা, হেম বৰুৱা, দ্বাৰিকী দাস, কমলা মিৰি, কুশল কোঁৱৰ আৰু তেওঁৰ সঙ্গীসকলৰ নাম আমি ইয়াত শ্ৰদ্ধাৰে সোঁৱৰণ কৰিছোঁ। এইসকলৰ বাহিৰেও বহুতো লোকে ত্যাগ স্বীকাৰ কৰিছিল যদিও আটাইৰে নাম আনাৰ মনলৈ অহা নাই। (কোনো লোকৰ নাম নিশ্চয় বাদ পৰিছে, ই আমাৰ ইচ্ছাকৃত নহয়।) শংকৰ বৰুৱাই ১৯২১ চনৰ পৰা নিৰৱচ্ছিন্নভাৱে কংগ্ৰেছক শক্তিশালী কৰাত প্ৰাণ সঁপি দি ১৯৪২ চনৰ বিপ্লৱত কাঁচীত ওলমিবৰ অৱস্থাত পৰিছিল। সেইজন পুৰুষৰ আজীৱন দেশসেৱাৰ এটি চমু আভাসহে ইয়াত দিবলৈ চেষ্টা কৰা হৈছে।

শংকৰ বৰুৱাই নিজেই স্বৰাজৰ গীত গাই ভলন্টিয়াৰসকলক লগত লৈ সমদল যাত্ৰা কৰি গাঁও-ভূঁই তোলপাৰ লগাইছিল। "স্বৰাজ

সঙ্গীত" নামৰ এখন দেশপ্ৰেমমূলক গীতৰ কিতাপো তেখেতে লেখি, ছপাই প্ৰকাশ কৰিছিল।

"সৌৱে উৰিছে চোৱাঁ স্বৰাজ নিচান।
হাতে হাতে ধৰি ব'লা হিন্দু মুছলমান॥"

এইদৰেই মুখত গীত আৰু হাতত ত্ৰিৰঙ্গ পতাকা লৈ সহকৰ্মী সকলেৰে সাধাৰণ ভলন্টিয়াৰ শংকৰ বৰুৱাই দেশৰ কাম কৰিছিল। এনে এজন ভলন্টিয়াৰ শংকৰ বৰুৱাই অকল গোলাঘাট মহকুমা কিয়, সমগ্ৰ উজনি অসমতেই কংগ্ৰেছৰ প্ৰচাৰ আৰু সংগঠন কৰি ফুৰিছিল। বহুতো লোকক তেওঁ কংগ্ৰেছলৈ আনে। কৰ্মী সৃষ্টি কৰিব পৰাটো শংকৰ বৰুৱাৰ এটা বিশেষ গুণ। নিজ কৰ্মশক্তিৰ বলত তেওঁ সাধাৰণ ভলন্টিয়াৰৰ পৰা কংগ্ৰেছৰ নেতৃস্থানীয় ব্যক্তি হৈছিলগৈ। বিশ্ববিদ্যালয়ৰ ডিগ্ৰী অথবা ধন, বৰ্ত্তমান যুগৰ এই দুটা মোহনীয় শক্তিৰ এটাও শংকৰ বৰুৱাৰ নাছিল। কিন্তু তেওঁৰ আছিল অফুৰন্ত কৰ্মশক্তি আৰু মানুহক মুহিব পৰা অমায়িকতা। সাধাৰণ লোকৰ লগত মিলিব পৰা মহৎ গুণ থকাৰ বাবেই সৰ্বসাধাৰণ ৰাইজে তেওঁক নেতাৰূপে গ্ৰহণ কৰিছিল। ১৯২১ চনৰ পৰাই ভুগি অহা নিৰ্য্যাতন তেওঁৰ জীৱনত সাধাৰণ ঘটনাত পৰিণত হৈছিল।

১৯২২ চনৰ পৰা ১৯৩০ চনলৈকে শংকৰ বৰুৱাই গোলাঘাট মহকুমাৰ বিভিন্ন ঠাইত ভালেকেইখন আশ্ৰম পাতি গান্ধীজীৰ বাণী আৰু আদৰ্শ প্ৰচাৰ কৰিছিল। এই আশ্ৰমবোৰকে কেন্দ্ৰ কৰি সাধাৰণ কৰ্মীৰ একোটা 'চাৰ্কোল' গঢ়ি উঠিছিল। এই কৰ্মীসকল আছিল নিঃস্বাৰ্থ দেশপ্ৰেমিক আৰু কংগ্ৰেছ সংগঠনৰ একোটা মজবুত 'পীলাৰ' স্বৰূপ। শংকৰ বৰুৱাৰ দ্বাৰা গঢ় লোৱা বহুতো দেশপ্ৰেমিক কৰ্মী আজিও গোলাঘাট, শিৱসাগৰ আৰু যোৰহাট জিলাত আছে। তেনে বহুতো কৰ্মীয়ে হয়তো নিঃস্বাৰ্থভাৱে দেশসেৱা কৰি ইতিমধ্যে পৰলোকলৈ গমন কৰিছে।

শংকৰ বৰুৱা আছিল প্ৰকৃত জননেতা। তেওঁৰ কাম-কাজ আছিল

সৰল আৰু নিভাঁজ। তেওঁৰ বক্তৃতা বুজাত সাধাৰণ লোকেও অসুবিধা নাপায়। আমাৰ বহুতো নেতাৰ বক্তৃতাত বাৰে বাৰে ইংৰাজী শব্দৰ প্ৰয়োগ হোৱাৰ বিপৰীতে বৰুৱাৰ বক্তৃতাৰ ভাষা আছিল নিভাঁজ অসমীয়া। সাধাৰণ ঘৰুৱা উদাহৰণ দি ডাঙৰ ডাঙৰ জটিল ৰাজনৈতিক সমস্যাৰ কথাও সাধাৰণ ভাষাত প্ৰকাশ কৰিব পৰাটো আছিল তেওঁৰ বক্তৃতাৰ বিশেষত্ব।

অস্পৃশ্যতা দূৰীকৰণৰ কামত তেওঁ আশাশুধীয়াকৈ লাগিছিল। এইটো যে সমাজৰ ব্যাধি এই কথা তেওঁ অন্তৰেৰে উপলব্ধি কৰিছিল। আৰু, এই ব্যাধি নিৰ্মূল কৰিব পাৰিলেহে এখন সুস্থ সমাজ গঠন হ'ব বুলি তেওঁ বিশ্বাস কৰিছিল।

১৯৩০-৩২ চনৰ অসহযোগ আন্দোলনৰ সময়তো অশেষ নিৰ্যাতন ভোগ কৰি শংকৰ বৰুৱাই কংগ্ৰেছৰ কাম কৰি গৈছিল। অন্যান্য ভালেকেইজন নিষ্ঠাবান কৰ্মীৰ লগতে বৰুৱাৰ সেঁাহাত স্বৰূপে কাম কৰিছিল গোলাঘাট তথা অসমৰ কমিউনিষ্ট আন্দোলনৰ পুৰোধা— ধীৰেন দত্তই। এওঁলোক দুয়ো গাৱঁত পলাই থাকি, জনসাধাৰণৰ মাজত প্ৰচাৰ পত্ৰিকা বিতৰণ কৰি বে-আইনী কংগ্ৰেছক তেতিয়া সজীৱ কৰি ৰাখিছিল। বৰ্তমান ব্যক্তিকেন্দ্ৰিক যুগত তেনে নিঃস্বাৰ্থ কৰ্মীসকলৰ ত্যাগৰ কথা হয়তো বহুতেই পাহৰি গৈছে। কিন্তু নিঃস্বাৰ্থভাৱে জাতীয় আন্দোলনৰ বুৰঞ্জী লিখিলে এই সকলৰ নাম জিলিকি উঠিব।

উচ্চশিক্ষিত নহ'লেও শংকৰ বৰুৱাই ৰাজনীতি বুজিছিল। দেশক ভাল পাইছিল বাবেই জনসাধাৰণৰ মাজত কাম কৰিবলৈ তেওঁ কুণ্ঠাবোধ নকৰিছিল। জনতাৰ ওপৰত আছিল তেওঁৰ অটল বিশ্বাস। নিৰ্ভীক আছিল বাবেই তেওঁ বৃটিছ চৰকাৰৰ দিনতেই অসম ব্যৱস্থাপক সভাত অসমীয়া ভাষাতে বক্তৃতা দিছিল। আৰু, তেতিয়াৰ পৰাই ব্যৱস্থাপক সভাত অসমীয়া ভাষাত বক্তৃতা দিয়াৰ নিয়ম প্ৰৱৰ্ত্তন হয়। জনতাই নেতা হিচাপে মানি লৈছিল বাবেই তেওঁ প্ৰতিপত্তিশালী প্ৰতিদ্বন্দ্বীতাত হৰুৱাই ব্যৱস্থাপক সভালৈ নিৰ্বাচিত হ'ব পাৰিছিল।

তেওঁৰ দেশপ্ৰেমৰ চূড়ান্ত নিদৰ্শন দেখা পোৱা যায় বিয়াল্লিশৰ বিপ্লৱত। দেশৰ বুকুত এখন মহাসমৰ—কহিমা, ডিমাপুৰ আদিত শত্ৰুৰ খিট্‌খিটনি; দেশৰ একমাত্ৰ জাতীয় অনুষ্ঠান কংগ্ৰেছ বে-আইনী, নেতাসকল জেলত আৱদ্ধ। দেশত খাদ্যসামগ্ৰীৰ নাটনি। ৰাইজৰ এই বিপদত বাট দেখুৱাব কোনে? এনে দুৰ্যোগৰ সময়ত বন্দুক-বাৰুদকো নেওচি, ফাঁচীকাঠত ওলমিবলৈ ভয় নকৰি, ভাৰতৰ বহুতো দেশনেতাৰ ভিতৰৰে এজন হৈ শংকৰ বৰুৱাই আত্মগোপন কৰি থাকিল। নানা কষ্ট স্বীকাৰ কৰি গাৱেঁ-ভূঞে ঘূৰি ফুৰোতে স্বাস্থ্য ভাগি পৰিছে, অথচ প্ৰচাৰ আৰু সংগঠনত আত্মনিয়োগ কৰিছে। সেই সময়ৰ কংগ্ৰেছৰ বিপ্লৱী নেত্ৰী আৰু বৰ্তমান বিশ্বশান্তি আন্দোলনৰ অন্যতম নেত্ৰী শ্ৰীমতী অৰুণা আছফ আলী অসমলৈ আহি বৰুৱাৰ লগত সংযোগ স্থাপন কৰি আন্দোলনৰ কামত লিপ্ত হৈছিল। যুদ্ধৰ সুবিধা লৈ বৃটিছ চৰকাৰে দমননীতি চলাই ত্ৰাসৰ সৃষ্টি কৰিছে। বহুতক ফাঁচী দিলে, হাজাৰ হাজাৰ লোকক জেললৈ পঠিয়ালে। তেনে অৱস্থাতো সকলো সম্ভাব্য বিপদৰ আশংকা মূৰ পাতি লৈ, পুত্ৰ-পৰিবাৰক আলাই-আথানি কৰি থৈ শংকৰ বৰুৱাই জনতাৰ মনোবল যাতে ভাগি নাযায়, আন্দোলনৰ গতি যাতে অব্যাহত থাকে, তালৈ লক্ষ্য ৰাখি অবিৰাম খাটিছিল। বিদেশী চৰকাৰে তেওঁক ধৰিবৰ বাবে দহ হেজাৰ টকাৰ পুৰস্কাৰ ঘোষণা কৰিলে। বৰুৱাৰ পলাতক অৱস্থাত তেওঁৰ পৰিবাৰ শ্ৰীমতী অন্নপ্ৰভা বৰুৱানীয়ে স্বামীৰ দেশপ্ৰেমৰ দ্বাৰা অনুপ্ৰাণিত হৈ নানা দুখকষ্ট, পুলিচৰ নিৰ্যাতন নীৰৱে সহ্য কৰিছিল।

বিপ্লৱ এটা পৰিচালনা কৰিবৰ বাবে কি ধৰণৰ কৌশলৰ আৱশ্যক, সেইকথা শংকৰ বৰুৱাই ভালদৰে বুজিছিল। সেইমতেই তেওঁ আঁচনি প্ৰস্তুত কৰি চেগ বুজি শৰ প্ৰয়োগ কৰিছিল। আন্দোলন পৰিচালনাৰ মাজেদি বৰুৱা জনতাৰ মাজত প্ৰকৃত দেশপ্ৰেমিক আৰু-বিদেশী চৰকাৰৰ কাৰণে ৰাজদ্ৰোহী হিচাপে প্ৰখ্যাত হৈ উঠিছিল। বিয়াল্লিশৰ

বিপ্লৱীসকলৰ ভিতৰত শংকৰ বৰুৱা নিঃসন্দেহে অসমৰ এজন আগশাৰীৰ নেতা আৰু মূল সংগঠক আছিল।

গান্ধীজীৰ ওঠৰ দফা গঠনমূলক কামৰ আঁচনিৰ প্ৰতি বৰুৱাৰ প্ৰগাঢ় শ্ৰদ্ধা আছিল আৰু সেই আঁচনি কামত খটুৱাবলৈ সততে যত্ন কৰিছিল। তেওঁ গাৱঁৰ ৰাস্তা বন্ধা, স্কুল সজা, নানা ধৰণৰ জাতীয়-অনুষ্ঠান পতা আদি কামত সদায়েই আগৰনুৱা আছিল। গোলাঘাটৰ প্ৰায় সকলোবোৰ ৰাজহুৱা অনুষ্ঠানৰ লগতে তেওঁ জড়িত আছিল। গোলাঘাট জিলা কংগ্ৰেছৰ ঘাটি আৰু ঘৰটো দান কৈ নিৰ্মাণ কৰাৰ মূলতে শংকৰ বৰুৱা। সেই ঘৰ বৰ্ত্তমানেও গোলাঘাট নগৰৰ খেল-পথাৰৰ দাঁতিত আছে। বহুদিন ধৰি তেওঁ গোলাঘাট জিলা কংগ্ৰেছৰ সভাপতি আৰু সম্পাদক হৈ আছিল আৰু কংগ্ৰেছৰ ভাবমূৰ্তি ম্লান হ'বলৈ কেতিয়াও নিদিছিল। অসম প্ৰদেশ কংগ্ৰেছ কমিটি আৰু নিখিল ভাৰত কংগ্ৰেছ কমিটিৰো তেওঁ সদস্য আছিল। সেই সময়ত এনে পদ লাভ কৰাটো সন্মান আৰু যোগ্যতাৰ কথা বুলি গণ্য কৰা হৈছিল।

দেশ স্বাধীন হোৱাত কংগ্ৰেছলৈ ক্ষমতা আহিল আৰু দেশ শাসনৰ দায়িত্ব ল'লে। বৰুৱাই ইচ্ছা কৰা হলে নিজ প্ৰভাৱেৰে শাসকৰ এজন হৈ ক্ষমতা লাভ কৰিব পাৰিলেহেঁতেন। কিন্তু নানা সুবিধাবাদী লোকে কংগ্ৰেছত ভিৰ দি ধৰাত, আগৰ ঐতিহ্য বহন কৰি কংগ্ৰেছে বহুতো ক্ষেত্ৰত কাম কৰিবলৈ ব্যৰ্থ হোৱা দেখি বৰুৱাই কংগ্ৰেছ ত্যাগ কৰিলে। তেওঁ সমাজতন্ত্ৰী দলত যোগ দিলে। জননায়ক জয়প্ৰকাশ নাৰায়ণৰ দ্বাৰা এই দল পৰিচালিত হৈছিল। তেওঁ এই দলৰ অসম ৰাজ্যিক শাখাৰ চেয়াৰমেন নিৰ্বাচিত হৈছিল। তেওঁৰ লগৰ বহুতো কংগ্ৰেছী লোক সমাজতন্ত্ৰী দললৈ গ'ল। পাচত কিছুলোক পুনৰ-কংগ্ৰেছলৈ ঘূৰি গৈ নানা সুবিধা ল'লে যদিও বৰুৱা ঘূৰি নাহিল। তেওঁ সেৱাৰ মনোভাব লৈ দৰিদ্ৰ জনগণৰ চিন্তা বুকুত বান্ধিয়েই কাম কৰি গ'ল। তেওঁ চৰকাৰী সুবিধা গ্ৰহণ নকৰিছিল। বহুতে তেওঁক

টানি অনুৰোধ কৰাতহে অসম চৰকাৰৰ ৭৫'০০ টকীয়া মুক্তিযুঁজাৰুক পেন্সন গ্ৰহণ কৰিবলৈ মান্তি হৈছিল।

গোলাঘাটৰ একমাত্ৰ উচ্চ শিক্ষাৰ অনুষ্ঠান গোলাঘাট কলেজ প্ৰতিষ্ঠা কৰাত শংকৰ বৰুৱাৰ অৱদান অনস্বীকাৰ্য। অৰ্থ সংগ্ৰহৰ বাবে তেওঁ আৰম্ভণিবে পৰাই মৰসাহ দি নধৰা হলে গোলাঘাটৰ ভালেকেইজন বিজ্ঞলোকৰ অমতত কলেজ গঢ়ি তোলাই টান হ'লহেঁতেন। শংকৰ বৰুৱাৰ কৰ্তব্যনিষ্ঠা আৰু সাহসে গোলাঘাটবাসীক উৎসাহিত কৰে আৰু কলেজখনৰ কাৰণে দেৱৰাজ ৰয়ৰ পৰা এটা শকত বৰঙণি আদায় কৰিবলৈ সমৰ্থ হয়।

গোলাঘাটৰ শংকৰ বৰুৱাৰ আশ্ৰম অৰ্থাৎ বাৰীখন এটি লেখতলবলগীয়া অনুষ্ঠানৰ দৰে আছিল। গোলাঘাট মহকুমাৰ বিভিন্ন অঞ্চলৰ পৰা যোৱা নানা সম্প্ৰদায়ৰ ছাত্ৰৰ পঁজাঘৰেৰে বৰুবাৰ বাৰী ভৰি আছিল। প্ৰায় ডেৰ কুৰি বছৰ ধৰি কত ছাত্ৰই তেওঁৰ বাৰীৰ পঁজাঘৰত থাকি শিক্ষা লৈ আহিছে, সেই কথা আজি বিশেষভাৱে সোঁৱৰণৰ বিষয়। তেওঁৰ বাৰীত থাকি শিক্ষালাভ কৰা ছাত্ৰসকলৰ মাজত দেশপ্ৰেম, কৰ্তব্যনিষ্ঠা আৰু ত্যাগৰ আদৰ্শই বিশেষভাৱে ক্ৰিয়া কৰা দেখা যায়। এইটো বৰুৱাৰ ব্যক্তিত্বৰে প্ৰভাৱ বুলি ক'ব পাৰি।

যিসকল বীৰ-বীৰাঙ্গনাই মুক্তি আন্দোলনত আত্মাহুতি দিলে বা অন্য পৰিমিত সেই আদৰ্শকে সাৰটি লৈ ডাঙ্গ-দৰিদ্ৰ হৈ থাকিল, সেই সকলক প্ৰকৃত স্বীকৃতি দি অসমৰ জাতীয় আন্দোলনৰ হুবহু চিত্ৰসম্বলিত এখন পূৰ্ণাংগ বুৰঞ্জী আজিও নোলাল। শংকৰ বৰুৱাৰ দৰে দেশপ্ৰেমিকৰ স্বাধীনতা আন্দোলনত লোৱা ভূমিকাৰ ৰোমাঞ্চকৰ কাহিনীবোৰ জুকিয়াই এখন বুৰঞ্জী লিখাৰ অৱকাশ নথকা নহয়। এনে কাহিনীবোৰে নতুন পুৰুষক নিশ্চয় উৎসাহ-উদ্দীপনা যোগাব।

একো একোজন ব্যক্তিৰ ব্যক্তিত্বই সমাজৰ বহুতো কাম সাধন কৰে। শংকৰ বৰুৱাৰ ব্যক্তিত্বই বহুতকে মোহিত কৰি কংগ্ৰেছলৈ আকৰ্ষণ কৰাৰ দৰে, শংকৰ বৰুৱাও এক বিশেষ দেশপ্ৰেমী, ত্যাগী,

আদৰ্শনিষ্ঠ-ব্যক্তিৰ ব্যক্তিত্বৰ প্ৰভাৱতহে কংগ্ৰেছলৈ আহিছিল। সেইজন ব্যক্তি যোৰহাটৰ কৃষ্ণ শৰ্মা, সকলোৰে 'কৃষ্ণ মামা'। শংকৰ বৰুৱাই ডায়েৰীত লিখিছে "১৯২১ চনত মহাত্মাজী প্ৰথম অসম ভ্ৰমণৰ বাবে অহাৰ বাতৰি ওলায়। যোৰহাটত তোলপাৰ লাগি পৰে। সেই সময়ত এদিন যোৰহাট বজাৰৰ ওচৰৰ ৰাস্তাৰ ওপৰতে কৃষ্ণনাথ শৰ্মাদেৱক লগ ধৰাত মোক দেশৰ কামত লাগিবলৈ উপদেশ দিয়ে। তেখেতক যদিও মোৰ অসুবিধাৰ কথা কওঁ, তেখেতৰ যুক্তি কাটিবলৈ সমৰ্থতো নহলোৱেই, মনৰ ভিতৰত জ্বলি থকা ভাবত যেনিবা লাগনিহে দিলে। আৰু, অলপ সময়ৰ ভিতৰতে সেই দিনাৰ পৰাই অন্য সকলো এৰি দেশৰ কাম কৰাৰ সংকল্প লৈ যোৰহাট জিলা কংগ্ৰেছ অফিছলৈ কাপোৰ-কানি লৈ একেবাৰে আহি পৰো। ধন্য শৰ্মাদেৱ, ধন্য আপোনাৰ দেশপ্ৰেম। শৰ্মাদেৱ যদি কাৰণ নহ'লহেঁতেন, বাওনা হৈ স্বৰ্গলৈ খেপিওৱা ভাব, মহাত্মাৰ দৰে এজন মহাপুৰুষৰ পদসেৱন কৰি দেশসেৱা কৰাৰ পৱিত্ৰ কাৰ্যৰ সোৱাদ লোৱা সম্ভৱ নহ'লহেঁতেন। এইজন নিৰহনিপানী, সৰলচিতীয়া, একেবাৰেই নম্ৰলোকৰ ভিতৰত থকা অসীম দেশপ্ৰেমৰ চুম্বকে মোক টানি নিয়ে; তেখেতেই ৰাজনৈতিক জীৱনৰ ক, খ, ফলা শিকোৱা প্ৰথম গুৰু।"

১৯৪২ চনত বৃটিছ চৰকাৰৰ বিভীষিকাত পৰিণত হোৱা শংকৰ বৰুৱাৰ কঠোৰ ব্ৰত আৰু একনিষ্ঠ দেশপ্ৰেমৰ কথা আজি হয়তো নতুন চামৰ অবিদিত হৈয়ে আছে। ত্যাগ আৰু আদৰ্শৰ কেইটিমান কথা ইয়াত বৰ্ণাই তেওঁৰ স্মৃতিলৈ শ্ৰদ্ধাঞ্জলি আগবঢ়ালোঁ।

"কিল লাঠি গুলি কাঁচী
আমাৰ মানত ধূলাৰ খেলা,
স্বৰাজ সাধন হেতু আমাৰ
শেষ কৰিম মৰ্ত্য লীলা।"

এনে মহৎ আদৰ্শেৰেই শংকৰ বৰুৱাই দেশৰ হকে আজীৱন কাম কৰি গ'ল।

---

# দেউতাৰ সোঁৱৰণত

—ডঃ অজিত বৰুৱা

আমাৰ পৰম পুজনীয় দেউতা স্বাধীনতা যুঁজৰ এগৰাকী সাহসী যোদ্ধা বুলি শুনিছিলো, আৰু শুনিছিলো—দেউতা হেনো এজন বিপ্লৱী আছিল আৰু বৃটিছ চৰকাৰে দেউতাক মৃত অথবা জীৱিত অৱস্থাত ধৰি দিবলৈ বহু হাজাৰ টকাৰ পুৰস্কাৰ ঘোষণা কৰিছিল। মই স্বাধীনতাৰ পাচতহে জন্মগ্ৰহণ কৰিছো বাবে এই সকলোবোৰ কথা আনৰ মুখতহে শুনিছো। 'বিপ্লৱী' মানে সকতে ভাবিছিলো বৰ খঙাল মানুহ। পিচে দেউতাৰ ঘৰত কাচিৎহে খং উঠা দেখিছিলো। আমাৰ 'মা'হে বৰ খঙাল আছিল। বোধকৰো অৰ্থনৈতিক চিন্তাই মাক খঙাল কৰি তুলিছিল। দেউতাক ঘৰৰ প্ৰতি কোনো চিন্তা-ভাবনা কৰা দেখা নাছিলো। সৰহভাগ সময় ঘৰত নাথাকিছিল। যিকণ সময় থাকে, এসোপামান মানুহ লৈ কথাপাতি থাকে। চাহ, তামোলৰ কথা কৈ ভিতৰলৈ আদেশ দি থাকে। মায়ে আগতে কৈ থোৱা চাহপাত, চেনি, পাণ নথকাৰ কথা দেউতাৰ মনত নাথাকে। সকতে মই পূজা চাবলৈ গোটাই থোৱা কেইঅনামান পইচা মায়ে মোৰপৰা কাঢ়ি নিয়াৰ দৃশ্য এতিয়াও মোৰ মনত আছে। বছেৰেকৰ বিহুত ঢোলৰ মাত শুনিলে আমাৰ মনত আনন্দ লগাতকৈ হুচৰি অহাৰ ভয়ত আমাৰ চিন্তাহে হৈছিল। কাৰণ, হুচৰিৰ ওচৰত সেৱা ল'বলৈ আমাৰ পইচাৰ বৰ অভাৱ। দেউতা আছিল এইবোৰৰ প্ৰতি বৰ নিৰ্বিকাৰ। মায়ে দেউতাক খঙতে প্ৰায়ে কিবাকিবি কৈছিল। দেউতাই সাধাৰণতে একো উত্তৰ নিদিছিল। কেতিয়াবা কৈছিল—"তুমি অকল তোমাৰ ল'ৰা-ছোৱালী

কেইটাৰ কথাহে চিন্তা কৰা। আমাতকৈও দুখীয়া পৰিয়াল কিমান আছে তুমি জানো—খবৰ ৰাখিছা ?

আমাৰ আটাইকেইজন ককাই-ভাইৰ ভিতৰত দেউতাৰ লগত মোৰ সম্বন্ধটো বেছি ওচৰৰ আছিল। মই দেউতাক 'তই' বুলি সম্বোধন কৰিছিলো আৰু দেউতাৰ লগত বহি কথা শুনি থকাটো মোৰ চখ আছিল দেউতায়ো মোক প্ৰায়ে চাইকেলত তুলি ঘৰত কাকো নোকোৱাকৈয়ে সভা-সমিতিবোৰলৈ লৈ গৈছিল আৰু ঘৰত বিচৰা-বিচৰি লাগিছিল। এদিন দেউতাৰ লগত ৰাতি ১২ বজাত ঘৰলৈ ঘূৰি আহে'াতে ঘৰত উপায়বিহীন অৱস্থা হৈছিল।

এবাৰ 'অসমবাণী'য়ে 'কাৰাগাৰৰ জীৱন' নামৰ এটি শিতানত বিশিষ্ট মুক্তি-যোদ্ধাসকলৰ এলানি প্ৰবন্ধ প্ৰকাশ কৰিছিল। দেউতালৈ ডাকটিকট লগোৱা লেফাফাসহ অনুৰোধ আহিল। লাহে লাহে প্ৰবন্ধবোৰ প্ৰকাশ হৈছে, ফটো ওলাইছে। দেউতাই বৰ আগ্ৰহেৰে প্ৰবন্ধবোৰ পঢ়া দেখিছিলো, কিন্তু লিখাৰ প্ৰয়াস কৰা চকুত পৰা নাছিল। মোৰ তেতিয়া সৰু ল'ৰাৰ সৰু মন। ভাবিছিলো, দেউতাৰ কথা কাগজত ওলাব, ফটো ওলাব—বৰ ভাল লাগিব। কিন্তু দেউতাৰ খবৰেই নাই। এদিন অতীষ্ঠ হৈ ক'লো—"দেউতা, তই কৈ যা, মইয়ে লিখি দিওঁ।" দেউতাই মোক ক'লে "মোৰ কথা কাগজত নোলোলেও হ'ব। কেলেই আমাৰ ঘৰলৈ যে আহে কেশৱ সোনোৱাল, আশীৰাম গগৈ (আৰু দুজনমানৰ নাম কৈছিল, পাহৰিলো), তেওঁ-লোকৰ কথাহে কাগজত ওলাব লাগে। মোকতো সকলোৱে জানেই।" মুঠতে ডাঙৰ মানুহক কোৱাদি আৰু কিবাকিবি কৈছিল। বহুতো কথা তেতিয়া নুবুজিলো। কিন্তু দেউতাই নিলিখাৰ বাবে বৰ বেয়া লাগিছিল। পাচত কথাবোৰ যেতিয়া উপলব্ধি কৰিব পৰা হ'লো, তেতিয়া দেউতাৰ প্ৰতি শ্ৰদ্ধাত মূৰ দোঁ খাই গৈছিল। আত্মপ্ৰচাৰৰ পাচত দৌৰি ফুৰা লোকসকলৰ তুলনাত দেউতাইঁতৰ নিচিনা মানুহ শঁচাকৈয়ে এক ব্যতিক্ৰম।

১৯৬২ চনৰ সাধাৰণ নিৰ্বাচনৰ সময়ত মই হাইস্কুলৰ ছাত্ৰ। দেউতা গুৱাহাটীৰ পৰা আহি দলৰ কেইজনমান সতীৰ্থৰ (পি. এছ. পি. দলৰ) লগত আলোচনা কৰিছেহি। দেউতাই কৈছে,—"মই ক'ত উঠো ঠিক নাই। কংগ্ৰেছে যদি গোলাঘাটত ৰাজেন বৰুৱাক (প্ৰাক্তন উপাধ্যক্ষ, বৰ্তমান প্ৰয়াত) দিয়ে, মই গোলাঘাটত উঠিম। যদি দণ্ডেশ্বৰ হাজৰিকাক দিয়ে, মই মৰঙীত উঠিম।" সতীৰ্থ কেইজনে ক'লে—"যাকে য'তেই দিয়ক, আপুনি গোলাঘাটত উঠক। মৰঙীত বমুৱা নেতা চান্দ্ খেৰীয়া কংগ্ৰেছ প্ৰাৰ্থী। তাতে মৰঙী বমুৱা প্ৰধান সমষ্টি।" দেউতাই ক'লে—"মই জিকিবৰ কাৰণে থুঠো। পাৰ্টিটো জীয়াই ৰাখিব লাগিব। দেবব্ৰতহঁতৰ নিচিনা শিক্ষিত ডেকাবোৰক উৎসাহ নিদিলে পাৰ্টি জীয়াই নাথাকে।" কথাবোৰ পাচত বুজি পাই আচৰিত হওঁ। আজিৰ যুগৰ ৰাজনৈতিক নেতাসকলৰ লগত দেউতাহঁতৰ কিমান পাৰ্থক্য!

সেইবাৰ দেউতা মৰঙীত আৰু দেবব্ৰত বৰুৱা গোলাঘাট সমষ্টিৰ প্ৰাৰ্থী হ'ল। দুয়ো পৰাস্ত হ'ল। ভোটগণনাৰ পাচদিনাই ৰাতিপুৱা পুৰণি চাইকেলখন লৈ দেউতা ক'ৰবালৈ ওলাইছে আৰু মাক কৈছে—"মই চ'ছিয়েলিষ্ট পথাৰলৈ যাওঁ।" মা জকজকাই উঠিল—"আপোনাৰ আৰু জীৱনত শিক্ষা নহ'ল।" দেউতাই অলপ সময় বৈ ক'লে—"অ', তুমি ভোটত হৰাৰ কথা কৈছা? মোক ৰাইজে বেয়া পাই ভোট নিদিয়া নহয়। ৰাইজে বিৰোধী দলৰ প্ৰয়োজনীয়তা আৰু আমাৰ দলৰ আদৰ্শ বুজা নাই। যিদিনা বুজিব, দেখিবা—আমি জিকিম।" মা ভোৰভোৰাই আঁতৰিল। দেউতাও চাইকেলত উঠিল। গোলাঘাট সমষ্টিৰ পৰা শ্ৰীসোণেশ্বৰ বৰা নিৰ্বাচিত হওঁতে কথাষাৰ বৰকৈ মনত পৰিছিল।

মই মেডিকেল কলেজত পঢ়ি থাকোতে শ্বহীদ কুশল কোঁৱৰৰ সহযোগী আৰু একেলগে ফাঁচীৰ হুকুম হৈ পাচত দহবছৰ কাৰাদণ্ড বেহাইপোৱা ধৰ্মকান্ত ডেকা কৰ্কট ৰোগত আক্ৰান্ত হৈ মেডিকেল

কলেজত আছিল। তেখেত পাচৰ জীৱনত কমিউনিষ্ট দলৰ সদস্য হৈছিল। ছাত্ৰসস্থাৰ হৈ তেখেতৰ লগত দুআষাৰ কথা পাতিবলৈ গৈছিলো। চিনাকি হোৱাৰ সময়ত মই ইচ্ছাকৰি দেউতাৰ নাম উল্লেখ নকৰিলো। কাৰণ, মোৰ ধাৰণা হৈছিল হয়তো তেখেতৰ দলৰ লগত দেউতাৰ দলৰ মতপাৰ্থক্য থকাৰ কাৰণে কথাবোৰ হয়তো খোলোচাকৈ নক'ব। কিন্তু তেখেতৰ জীৱনৰ কথাবোৰ কৈ যাওঁতে সেই সময়ৰ দেউতাৰ ত্যাগ আৰু নেতৃত্বৰ কথা ৰবকৈ শলাগিলে আৰু স্বাধীনতাৰ পাচতো দেউতাৰ লগত থকা বন্ধুত্বপূৰ্ণ সম্পৰ্কৰ কথা ক'লে। পাচত মই দেউতাৰ নামকৈ পৰিচয় দিয়াত তেখেতে মোক আদৰ কৰি ক'লে—"কেন্সাৰ ৰোগত আক্ৰান্ত হৈ মৃত্যুৰ ক্ষণ গণি থকা সময়ত তোমাক লগ পাই বৰ আনন্দ পালো। দেউতাৰাৰ দৰে বাইজৰ কথা মনত ৰাখিবা।" এইদৰে কৈ তেখেতে মোক আশীৰ্বাদ দিলে। মোৰ ঠেক মনোবৃত্তিৰ বাবে মই বৰ লজ্জিত হৈছিলো। এইসকল লোক যে দলীয় ৰাজনীতিৰ উৰ্দ্ধত, তেতিয়াহে উপলব্ধি কৰিব পাৰিছিলো।

জীৱনৰ শেষ মুহূৰ্তলৈকে দেউতাই কেৱল দেশৰ আৰু দহৰ কাৰণেই চিন্তা কৰি গ'ল। ঘৰৰ বাবে দেউতাই অলপো চিন্তা নকৰিলে। আনকি আমি বৰ্ত্তমান বহি থকা মাটিডোখৰো আজি কেইবছৰ আগতেহে আমাৰ নামলৈ পট্টাত উঠিছে। এইবোৰ কাৰণেই চহৰৰ এক বুজন অংশ মাটি আমি হেৰুৱাবলগীয়া হ'ল। বিয়াল্লিশ চনত আমাৰ ঘৰৰ সকলো বস্তু-বাহানি পুলিচে লৈ যোৱাত বহুত কাগজ-পত্ৰও আমি হেৰুৱালো। দেউতাৰ মৃত্যুৰ কেইবছৰমান আগতে মাৰ খেচালনিত এই সম্পৰ্কে এগৰাকী আইনজ্ঞক সোধোতে ছিতে বিপৰীত কৰাত মামলা-মোকদ'মা হৈ আমাৰ মাটিখিনি যোৱাৰ কথা লিখিছোৱেই। তথাপি, দেউতাক এই কথা লৈ কোনোদিনেই দুখ বা অনুতাপ কৰা নেদেখিলো। আমি কোনে কি পঢ়িছো তাৰ খবৰো আনকি দেউতাই ৰখা নাছিল।

১৯৬৪ চনত গুৱাহাটীত খাদী-গ্ৰামোদ্যোগ ব'ৰ্ডৰ এখন সভাত

যোগদান কৰিবলৈ গৈ বিয়া দুৰ্ঘটনাত ভৰিৰ হাড় ভাগি বহুতদিন গুৱাহাটী মেডিকেল কলেজত পৰি থাকি ক্ৰাশ লৈ খুবিবলগীয়া হৈছিল। তথাপি বাজহুৱা কামত নলগাকৈ থকা নাছিল। মৃত্যুৰ আগদিনা ঢুপবীয়া "শ্বহীদ কুশল কোঁৱৰ ভৱন"ৰ কিবা এখন চিঠিত সভাপতি হিচাপে স্বাক্ষৰ কৰিছিল। মই সেই চিঠিখন দেউতাৰ হতুৱাই চহী কৰাওঁতে দেউতাৰ হাতখন বৰকৈ কঁপিছিল। অসুস্থ দেউতাৰ সেয়ে আছিল বাজহুৱা জীৱনৰ শেষ স্বাক্ষৰ। গধূলিলৈ দেউতাৰ অসুখ কিছু বাঢ়িছিল। 'এজমা' ৰোগত ভুগি থকা দেউতাই উশাহ লওঁতে কষ্ট পাইছিল। তথাপি দেউতাৰ ওচৰলৈ সেইদিনা অহা তেতিয়াৰ দেৱৰাজ ৰয় কলেজৰ অধ্যক্ষ ড° কালীচৰণ দাসক কলেজৰ কিবা কথাত কৈছিল—"দাস, আপুনি চিন্তা নকৰিব। মই ভাল পালেই ৰাজধানীলৈ গৈ সকলো ঠিক-ঠাক কৰি আনিমগৈ।"

কিন্তু দেউতা আৰু সেইবাৰ ভাল নহ'ল। তাৰ পাচদিনা ১৮ নবেম্বৰ শুক্ৰবাৰে (১৯৬৬ চন) দিনৰ ৩-৩০ মান বজাত দেউতাৰ মৃত্যু হ'ল।

জীৱনৰ শেষ মুহূৰ্ত্তলৈকে সদায়েই সমাজৰ, দেশৰ উন্নতিৰ কাৰণে চিন্তা কৰি, পদমৰ্যদাৰ বাবে লালায়িত নহৈ, নিজৰ আদৰ্শত খামোচ মাৰি ধৰি থাকি দেউতাই জীৱন শেষ কৰিলে।

আমি দেউতাৰ উপযুক্ত সন্তান হিচাপে নিজকে গঢ়িব পৰা নাই। নিঃকিন সন্তানে দেউতাৰ সোঁৱৰণত এটুপি চকুলোৰে শ্ৰদ্ধাঞ্জলি আগবঢ়ালো।

---

# পৰিশিষ্ট (ক)

## • শোকবাণী •

(১)

যোৰহাট

শ্ৰীমান কেশৱ, ২২।১১।৬৬

যাক প্ৰাণৰ পৰা ভাল পাইছিলো, সেই শংকৰে আজি ইহজগত এৰি যোৱাৰ বাতৰি খবৰ কাগজত দেখি মৰ্মাহত হ'লো। দেশ আৰু জাতিৰ বাবে সদায় প্ৰাণ দিবলৈ প্ৰস্তুত থকা, সৎসাহসী, নিৰ্ভীক, দেশৰ হকে আন্দোলনৰ সময়ত ফাঁচী জৰীডাল প্ৰায় ডিঙিত লৈ ফুৰা শংকৰ আজি আমাৰ মাজত নাই। তোমালোকক সান্ত্বনা দিবৰ ভাষা নাই, দেশবাসী আজি মৰ্মাহত হৈছে। সকলোৰে মুখত তেওঁৰ জীৱন-কাহিনী। তোমালোকৰ মাতৃদেৱী, পৰিয়ালৰ সকলোটিলৈকে সমবেদনা জনাই, এই মহান আত্মাৰ সদগতি কামনা কৰিলো। আশা কৰো তোমালোকৰ শাৰীৰিক মঙ্গল। আশীৰ্বাদ ল'বাহঁক।

তোমালোকৰ ককা

নীলমণি ফুকন

(২)

গুৱাহাটী

মৰমৰ শ্ৰীমান কেশৱ বোপা, ২৬।১১।৬৬

তোমালোকৰ পৰম আৰাধ্য পিতৃদেৱতা আৰু আমাৰ সহকৰ্মী বন্ধু শ্ৰীশংকৰ বৰুৱা তোমালোক আৰু দেশৰ সকলোকে শোক-সাগৰত এৰি ইহলীলা সম্বৰণ কৰাত আমি সকলোৱে স্বাধীনতা যুঁজৰ এজন প্ৰধান যুঁজাৰু, দেশনায়ক আৰু দেশসেৱকক হেৰুৱাই

মৰ্মান্তিক দুখ পাইছো। তেখেতে যি ত্যাগৰ আদৰ্শ দেখুৱাই দেশৰ মানুহক সজাগ কৰি তুলিছিল, সেই আদৰ্শই দেশৰ সকলোকে চিৰদিন নিশ্চয় প্ৰেৰণা যোগাব। তেখেতৰ আত্মশ্ৰাদ্ধাদি সুকলমে সম্পন্ন হোৱাৰ বাবে আৰু তেখেতৰ আত্মাই ভগৱানৰ শ্ৰীচৰণৰ আশ্ৰয়ত চিৰশান্তি উপভোগ কৰিবলৈ জগদীশ্বৰৰ ওচৰত সানুনয়ে প্ৰাৰ্থনা কৰিলো। আমাৰ আন্তৰিক সমবেদনা আৰু সহানুভূতি তোমালোকক জনালো। মৃতকৰ আত্মাৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰি এই চিঠিৰ সামৰণী মাৰিলো।

ইতি—

বিনীত

শ্ৰীবিষ্ণুৰাম মেধি

(৩)

Member of Paliament
(Lok Sabha)

মৰমৰ কেশৱ, নতুন দিল্লী, নবেম্বৰ ২২, ১৯৬৬

যোৱা নিশা ককাইদেউ স্বৰ্গগামী হোৱা বাতৰিটো পাই প্ৰথমতে বিশ্বাস কৰিবলৈ টান পাইছিলো যদিও অৱশেষত বিশ্বাস কৰিবলৈ বাধ্য হ'লো। যিজনাই জীৱনৰ শেষ মুহূৰ্তলৈকে আমাক ঢদগনি আৰু অনুপ্ৰেৰণা যোগাইছিল, যিজনাৰ স্বাধীনতা সংগ্ৰাম যুগৰ অৱদান আমাৰ ইতিহাসত সদায় সোণালী আখৰেৰে লেখা থাকিব, সেইজনাৰ আকস্মিক তিৰোধান বাতৰি পাই মৰ্মাহত হৈছো। মোৰ নিজৰে মন অশান্ত হৈ পৰিছে, এনে অৱস্থাত মই বেজাৰৰ বোজা কঢ়িয়াবলৈ তোমালোকক কেনেকৈ সান্ত্বনা দিম—মই ভাবি পোৱা নাই।

স্বৰ্গগামী ককাইদেউৰ আত্মাই শান্তি পাওক—ইয়াকে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাই আজিলৈ সামৰিলো।

কেউটিয়ে মৰম-চেনেহ জানিবা। একপ্ৰকাৰ ভালেবেয়াই চলি আছো। গা-মূৰ অৱশ্যে ভাল নহয়।

ইতি—

তোমাৰ

হেম বৰুৱা

(৪)

গুৱাহাটী

মৰমৰ অনু,

২১. ১১. ৬৬

শ্ৰদ্ধেয় বৰুৱাদেৱৰ মৃত্যুসংবাদ পাই বৰ দুখ পালো। ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰোঁ, এই গভীৰ শোক সহ্য কৰিবলৈ যেন তোমালোকক শক্তি দিয়ে।

শ্ৰদ্ধেয় বৰুৱাদেৱে গোটেই জীৱন দেশৰ স্বাধীনতাৰ কাৰণে আৰু দেশসেৱাৰ কাৰণে আহুতি দিলে। তেখেতৰ সেৱা, ত্যাগ আৰু দেশপ্ৰেমে সকলোকে প্ৰেৰণা দিছিল। তেখেতৰ স্বৰ্গীয় আত্মাৰ প্ৰতি আমাৰ আন্তৰিক শ্ৰদ্ধাঞ্জলি জনালো।

তোমাৰ বাইদেউ

অমলপ্ৰভা দাস

(৫)

প্ৰিয় বৰুৱা,

অসমৰ স্বাধীনতা আন্দোলনৰ বীৰ সেনানী, সমাজবাদী আন্দোলনৰ পথ-প্ৰদৰ্শক, আজীৱন সমাজসেৱী, আপোনাৰ পিতৃদেৱ শংকৰচন্দ্ৰ বৰুৱাৰ তিৰোধানত আমি মৰ্মাহত হৈছো। সংযুক্ত চ'ছিয়েলিষ্ট পাৰ্টিৰ কৰ্মীসকলৰ হৈ তেখেতৰ বিয়োগত গভীৰ শোক প্ৰকাশ কৰিছো আৰু আপোনাৰ যোগে শোক-সন্তপ্ত পৰিয়ালৰ সকলোলৈকে আমাৰ আন্তৰিক সমবেদনা জ্ঞাপন কৰিছো।

ইতি—

গোলাপ বৰবৰা

সভাপতি,

সংযুক্ত চ'ছিয়েলিষ্ট পাৰ্টি

( অসম )

(৬)

Member of Parliament (Lok-Sabha)

7, Windsor Place
New-Delhi
29. 11. 66

শ্ৰদ্ধেয়া বকৰাণী,

বাতৰি কাকতৰ যোগে দেৰিকৈ হ'লেও ৺শংকৰ বকৰা ডাঙৰীয়াৰ মৃত্যুৰ বাতৰি পাই বীণা আৰু মই মৰ্মান্তিক বেজাৰ পাইছো। প্ৰায় ছমাহমানৰ আগতে তেখেতক গুৱাহাটীত লগ পাইছিলো। ইমান সোনকালে যে তেখেতে এই সংসাৰ এৰি যাব, ভাবিবই পৰা নাছিলো।

তেখেতৰ মৃত্যুতে অসমে এজন ত্যাগবীৰ হেৰুৱালে। আমি ব্যক্তিগত হিচাপে এজন শুভাকাঙ্ক্ষী বন্ধু হেৰুৱালো। সেই ত্যাগবীৰৰ অভাৱ অসমে চিৰদিন অনুভৱ কৰি থাকিব। আমাৰ দেশে তেখেতক প্ৰাপ্যস্থান দিব নোৱাৰিলে। তাৰবাবে আমি সকলো ঋণী হৈ থাকিম।

তেখেতৰ আত্মাৰ সদ্গতি কামনা কৰি ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালো। আমাৰ সমবেদনা আৰু সহানুভূতি সমস্ত পৰিয়ালে গ্ৰহণ কৰিব বুলি আশা কৰিলো।

ইতি
বিনীত
শ্ৰীযোগেন্দ্ৰনাথ হাজৰিকা

(৭)

গুৱাহাটী ১৪
২১. ১১. ৬৬

শ্ৰীচৰণেষু,

পৰহি খবৰ কাগজৰ পৰা শ্ৰদ্ধেয় দদাইদেউৰ মৃত্যুৰ বাতৰি পাই মৰ্মাহত হৈছো। এই মহৎ ক্ষতি আপোনাৰ বা ঘৰখনৰ নহয়, সমস্ত দেশৰে। এই ভাৱতে সান্ত্বনা পাব লাগিব।

শ্ৰদ্ধাৰে
আপোনাৰ
মহেশ্বৰ নেওগ

(৮)

P. O. & T. O. Tezpur Assam

৩০ নবেম্বৰ, ১৯৬৬ চন

মৰমৰ শ্ৰীমান কেশৱ বোপা,

আমাৰ অতি অন্তৰংগ বন্ধু আমাৰ তোমালোকৰ পূজনীয় পিতৃগৰাকীয়ে ইহ সংসাৰৰ পৰা নিত্যধামলৈ গমন কৰাৰ বাতৰিয়ে আমাক অতি দুঃখিত কৰিছে। তেখেতৰ সঙ্গত আমি কিমান যে নিৰ্যাতনৰ মাজতো আনন্দলাভ কৰিছিলো, সেইবোৰ কথা মনলৈ আহিলে অন্তৰ দগ্ধ হৈ যায়। পিছে, নিয়তিৰ ইচ্ছাত হাত কাৰ? দুজনা গুৰুৰ কৃপাত সেই অমৰ আত্মাই শান্তি লভোক—ইয়াকে কামনা কৰা হৈছে।

তোমালোকৰ সপৰিয়াললৈকে আমাৰ আন্তৰিক স্নেহ-প্ৰীতি আৰু সমবেদনা জনোৱা হ'ল।

ইতি

শুভাধ্যায়ী

শ্ৰীগহন চন্দ্ৰ গোস্বামী

## টেলিগ্ৰাম

Grieved to learn sudden demise of your husband. Please accept my sincere condolence. May his soul rest in peace.

Chaliha

Chief Minister

Greatly shocked to learn untimely demise of Baruah, great fighter of independance, patriot, leader, my heartfelt condolence.

Haladadhar Bhuya

Shocked hearing sudden demise of Baruah. Pray for eternal peace of departed soul.

Chandráprabha Saikia

Deeply shocked at the sad news of sudden death of Sri Baruah. Assam has lost a valliant figure for freedom and a true socialist.

Biswa Goswami

Shocked, your loss our loss, heartfelt condolence.

Hareswar – Satyabati Goswami

Greatly shocked at the sad news, Thousands Mourn.

Sureswar Gohain

Grieved at demise of beloved leader share your sorrows. Accept my sympathy.

Robin Kakaty

ইয়াৰোপৰি অসংখ্য শোকবাৰ্তা, টেলিগ্ৰাম, আদি বিভিন্ন ব্যক্তি আৰু অনুষ্ঠান, প্ৰতিষ্ঠানৰ পৰা পোৱা হৈছিল। স্থানাভাৱত সকলোখিনি প্ৰকাশ কৰা নহ'ল।

# শোক প্ৰকাশ

[ ১৯৬৬ চনৰ ২১ নৱেম্বৰৰ "নতুন অসমীয়া"ৰ সম্পাদকীয় ]

'৪২-ৰ গণ-আন্দোলনৰ অন্যতম বিপ্লৱীবীৰ শ্ৰীশংকৰচন্দ্ৰ বৰুৱাৰ আকস্মিক বিয়োগে অসমৰ ৰাজনৈতিক আকাশৰ পৰা আৰু এটি উজ্বল তাৰকা খহালে। মুক্তিসংগ্ৰামৰ একনিষ্ঠ আৰু নিৰ্ভীক সেৱক, গান্ধীৰ গঠনমূলক কাৰ্যসূচীৰ অন্যতম উদ্যোক্তা এই গৰাকী নেতাই যি ত্যাগ আৰু নিৰ্যাতন ভোগ কৰি দেশৰ মুক্তিৰ কাৰণে স্বাধীনতাৰ অগ্ৰৱৰ্তী কালছোৱাত আত্মনিয়োগ কৰিলে, সি দেশৰ স্বাধীনতাৰ বুৰঞ্জীত চিৰদিন জিলিকি থাকিব। সুদীৰ্ঘ দিন বৃটিছ চৰকাৰৰ চকুত ধূলি মাৰি আত্মগোপন কৰি থাকি গাৱেঁ-ভূঞে যিদৰে তেওঁ মুক্তি-বিপ্লৱৰ বহ্নি জ্বলাই তুলিছিল তাৰ কাহিনী আজি সাধুকথাৰ নিচিনা। তেওঁক কৰায়ত্ব কৰিবৰ কাৰণে সকলো চেষ্টা চলাই ব্যৰ্থ হৈ সাম্ৰাজ্যবাদী চৰকাৰে তেওঁৰ মূৰৰ কাৰণে পাঁচহেজাৰ টকা পুৰস্কাৰ ঘোষণা কৰিছিল। ১৯২১ চনৰে পৰা কংগ্ৰেছৰ অন্যতম সক্ৰিয় সদস্য হিচাপে দেশসেৱা কৰি '৪২-ৰ গণ-আন্দোলনৰ গুৰি ধৰাৰ পিচত তেওঁ কংগ্ৰেছত সমাজবাদী মনোভাৱ প্ৰৱল কৰিবৰ কাৰণে কংগ্ৰেছ চ'ছিয়েলিষ্ট দলৰ পৃষ্ঠপোষকতা কৰে আৰু শেষত এই দলক স্বকীয়া অস্তিত্ব দিয়াত আগৰণুৱা নেতৃত্ব গ্ৰহণ কৰে। আচাৰ্য বিনোৱা ভাৱেৰ নেতৃত্বত গঢ়ি উঠা ভূদান আৰু গ্ৰামদান আন্দোলনত ঐকান্তিক নিষ্ঠাৰে অংশগ্ৰহণ কৰাৰ উপৰিও শ্ৰীবৰুৱাই আজীৱন নানা গঠনমূলক সস্থা আৰু অনুষ্ঠান-প্ৰতিষ্ঠানৰ পৃষ্ঠপোষকতা কৰে।

শ্ৰীবৰুৱাৰ বিয়োগত অসমে আজি এজন অক্লান্ত দেশকৰ্মী, নিস্বাৰ্থ মুক্তিযোদ্ধা আৰু অকৃত্ৰিম গঠনমূলক প্ৰতিভাৰ নেতা হেৰুৱালে।

অসমৰ নগৰে-চহৰে, গাৱেঁ-ভূঞে থকা তেখেতৰ অগণন সহকর্মী আৰু গুণমুগ্ধৰ লগতে আমিও শ্ৰীবৰুৱাৰ আত্মাৰ সদগতি কামনা কৰিছোঁ আৰু তেখেতৰ সন্তপ্ত পৰিয়ালবৰ্গলৈ আন্তৰিক সমবেদনা জনাইছোঁ। তেখেতৰ আত্মাই চিৰশান্তি লাভ কৰক।

('গণতন্ত্ৰ'ৰ ১৯৬৬ চনৰ ২৩ নবেম্বৰৰ সম্পাদকীয়)

## পৰলোকত শংকৰ বৰুৱা

গোলাঘাট মহকুমাৰ একালৰ কংগ্ৰেছ নেতা, দেশসেৱক আৰু স্বাধীনতা সংগ্ৰামৰ অগ্ৰগণী নেতা শ্ৰীশংকৰচন্দ্ৰ বৰুৱা আজি ছুবছৰ মানৰ পৰাই অসুস্থ হৈ থাকি ৭২ বছৰ বয়সত ইহ-সংসাৰ ত্যাগ কৰে।

শ্ৰীশংকৰ বৰুৱা ১৯২১ চনৰে পৰা স্বাধীনতা সংগ্ৰামত লিপ্ত হয় আৰু ১৯৪২ চনত বৃটিছ শাসকৰ কালত পুলিচৰ চকুৰ কুটা হৈ পৰিছিল আৰু গ্ৰেপ্তাৰৰ কাৰণে ৫০০০'০০ (পাঁচ হেজাৰ) টকা পুৰস্কাৰ ঘোষণা কৰিছিল। অসম বিধানসভাৰ সদস্য হৈ তেখেতে গোলাঘাটৰ প্ৰতিনিধিত্ব কৰিছিল। আৰু, অসমত তেখেতৰ খ্যাতি বিয়পি পৰিছিল।

সহকর্মী মৃতকৰ প্ৰতি আমাৰ শ্ৰদ্ধা জনালোঁ।

সম্পাদক, 'গণতন্ত্ৰ'

( যুগধৰ্ম—২৫ নভেম্বৰ, ১৯৬৬ )

## বিপ্লৱী শংকৰ বৰুৱা

১৯৪২ চনৰ আঠ আগষ্টৰ দিনা বম্বে মহানগৰীত মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু প্ৰভৃতি নেতাসকলৰ উপস্থিতিত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বিশেষ অধিবেশনে ভাৰতৰ আশু স্বাধীনতা দাবী কৰি গ্ৰহণ কৰা বিখ্যাত প্ৰস্তাৱ "কুইট ইণ্ডিয়া"ই ভাৰতৰ স্বাধীনতা আন্দোলনৰ সোঁত সলাই দিয়ে। '৪২ চনৰ আন্দোলন গণ-বিপ্লৱ বা গণ-আন্দোলন নামেৰে দেশৰ স্বাধীনতাৰ বুৰঞ্জীত চিৰকাল জিলিকি থাকিব। এহাতে দ্বিতীয় মহাযুদ্ধৰ প্ৰলয়ংকৰী ৰূপ, ইংৰাজ চৰকাৰৰ দমন-নীতিৰ কঠোৰতা, আনহাতে স্বাধীনতাকাঙ্ক্ষী ভাৰতীয় জনগণৰ বিপ্লৱ।

গণ-বিপ্লৱ প্ৰসাৰ নৌ-হওঁতেই চৰকাৰে গ্ৰেপ্তাৰ, নিৰ্বাসন, জৰিমনা আদি ব্যৱস্থাৰে নেতাসকলক আন্দোলন আঁতৰাই নিয়াত নিৰন্ত্ৰ কৰিব ধৰিলেও স্বাধীনতাৰ আহ্বানে নেতৃমণ্ডলীৰ বহুতকে আত্মগোপন কৰালে। পুলিচ, মিলিটেৰী, চোৰাংচোৱা, দালাল আদিৰ চকুত ধূলি দি '৪২-ৰ গণ-বিপ্লৱৰ ফিৰিঙতি অসমৰ গাৱেঁ-ভূঞে যিসকল নেতাই সিঁচি দিছিল, বিপ্লৱী বাহিনীক সংগঠন কৰি আগুৱাই নিছিল, শত্ৰুক পৰাভূত কৰিবলৈ ভয়ংকৰ মূৰ্ত্তিৰে দুঃসাহসিক কামত হাত দি কৃতকাৰ্যতাৰে ৰহস্যৰ মাজত লুকাই পৰিছিল, সেইসকলৰ অগ্ৰণী নেতা বিপ্লৱী শংকৰ বৰুৱাৰ ৭২ বছৰ বয়সত হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ পৰলোক-প্ৰাপ্তি ঘটিছে। স্বাধীনতা সংগ্ৰামৰ কৰ্মী শংকৰ বৰুৱাৰ শ্ৰেষ্ঠতম অৱদান,—গণ-আন্দোলনক অসমত কৃতকাৰ্য কাৰ তোলাটো। এই কথা অসমৰ স্বাধীনতা যুঁজৰ যুঁজাৰুসকলৰ বুৰঞ্জীয়ে অক্ষয় কৰি ৰাখিব। অসমৰ স্বাধীনতা সংগ্ৰামীসকলে শ্ৰদ্ধাৰে মানি লব। '৪২

চনৰ গণ-আন্দোলনত আত্মগোপনকাৰী বৰুৱাই যি দক্ষতা আৰু সংগঠন প্ৰতিভাৰ পৰিচয় দিছিল, সেই প্ৰতিভাৰ আৰু এবাৰ বিকাশ ঘটালে স্বাধীনতাৰ উত্তৰ কালত।

নেতা হ'ব নিবিচৰা শংকৰ বৰুৱাই কৰ্মী সৃষ্টি কৰিছিল। স্বাধীনতাৰ বাবে যুঁজিব পৰা, স্বাধীনতা লাভ কৰি দেশখন চলাই নিব পৰা উপযুক্ত কৰ্মী সৃষ্টি কৰাটো আছিল শংকৰ বৰুৱাৰ লক্ষ্য। আৰু লক্ষ্য আছিল, জনসাধাৰণৰ মাজত অৰ্থ নৈতিক বুনিয়াদ সবল কৰি অৰ্থনৈতিক স্বাধীনতা আৰ্জন কৰা। সেইবাবেই তেওঁ হাতে-কামে এনে কাম কৰি আহিঁ দেখুৱাইছিল যাৰপৰা জনসাধাৰণে উপকাৰ পাব পাৰে, অভাৱ অনাটন আঁতৰাবলৈ সমৰ্থ হ'ব পাৰে। ১৯২১ চনতে হাতত টাকুৰী লৈ কথাৰ মাজতো সূতা কাটি থকা, খদ্দৰ তথা স্বদেশী উৎপাদনৰ প্ৰতি একান্ত অনুৰাগী বৰুৱাই দেশত স্বাধীনতাৰ পিচতো স্বদেশী আন্দোলনৰ প্ৰয়োজন আছে বুলি ভাবিব পাৰিছিল। তেওঁৰ এই চিন্তাত আছিল গ্ৰাম্য অৰ্থনীতিৰ উন্নতিৰ বীজ।

ৰাজনৈতিক দৃষ্টিভঙ্গীৰ ব্যৱধানৰ বাবে শংকৰ বৰুৱাই কংগ্ৰেছ ত্যাগ কৰি সমাজবাদী দলত যোগ দিলে, অসমত সমাজবাদী দল সংগঠন কৰিলে, কিন্তু শাসনত অধিষ্ঠিত দলৰ শ্ৰদ্ধা নেহেৰুৱালে।

জীৱনৰ শেষ সময়লৈ খাদী গ্ৰামোদ্যোগ সন্থাৰ উন্নয়নমূলক কামত লিপ্ত আছিল তেওঁ। সমবায় আন্দোলনক আগবঢ়াই নিবলৈ শংকৰ বৰুৱা আগৰণুৱা হৈ ওলাই আহিছিল। কাৰণ সমবায়-আন্দোলনে সমাজবাদী সমাজ গঠন কৰাত বৰঙণি যোগাব পাৰিব।

আদৰ্শৰ অনুগত সাংগঠনিক প্ৰতিভাৰে ভাস্বৰ শংকৰ বৰুৱাদেৱ আমাৰ মাজত আৰু নাই সঁচা, কিন্তু তেওঁৰ আদৰ্শ আৰু অনুপ্ৰেৰণা অসমবাসীৰ মনত চিৰদিন থাকিব। বৰুৱাৰ অমৰ আত্মাই শান্তি পাওক।

# পৰিশিষ্ট (খ)

## শংকৰ বৰুৱাৰ 'স্বৰাজ সঙ্গীতৰ কেইটিমান গীত

(১)

চল্লিশকোটি সন্তানে হিন্দু মুছলমানে
যাওঁ আহাঁ বীৰবেশে মাতৃৰ আহ্বানে।

ভৈৰৱ ৰৱে গাওঁ আহাঁ জয় জয়,
ঈশ্বৰ সহায় আছে আমাৰ কি হব ভয়,
শ্ৰীমুখেদি মহাত্মাই শুনায় যি মহাবাণী
কোৰাণ বেদৰবাণী পালিম প্ৰাণপণে।

এক মহামন্ত্ৰ লৈ হওঁ যদি একপ্ৰাণ,
আঁতৰিব কোটি কোটি বাধা বিঘ্ন ব্যৱধান,
ভীষণ অজেয় বল পৰাজিব প্ৰেমবলে
নিৰিখিব জনগণে বিস্ময় নয়নে।

স্বদেশৰ হস্তে যদি দিব পাৰে আনে প্ৰাণ,
নোৱাৰোনে দিব আমি ক্ষুদ্ৰ স্বাৰ্থ বলিদান,
ত্যাগ কৰি নিজে লভো স্বৰাজ-অমূল্য মণি,
যাতনা যতনে সহে প্ৰফুল্ল বয়ানে।

ঘূৰাওঁ যঁতৰ এই পাশুপাত অস্ত্ৰ ধৰি.
ভাগ্য চক্ৰ ভাৰতৰ আহিব লগতে ঘূৰি,
প্ৰতিপাতে পলকতে আহিব স্বৰাজ চাপি,
দেখুৱাম কি ৰূপেনো যঁতৰে স্বৰাজ আনে।

(২)

বিশ্ববিজয়ী গোৱাহে গান,
বিশ্ববিজয়ী গোৱাহে গান,
বিশ্ববিজয়ী হিন্দুস্থানৰ--
ৰাখিব লাগিব আমিয়ে মান।

লক্ষজনৰ বক্ষবিদাৰি
তপ্ত শোণিত কৰিলে দান,
দক্ষিণে নাচিছে ফেনিল বিন্দু,
উত্তৰে নাচিছে হিমৰ প্ৰাণ।

মধ্য হৃদয় শোভিছে তৃপ্ত
বীৰ বাহিনীৰ পুণ্যস্থান,
নিৰ্ভীক হিয়া উল্লাসি আজি
বিজয় মদিৰা কৰাহে পান।

বাজে বাজে ৰণ নিচান
সমৰ মন্ত্ৰে জাতীয় তন্ত্ৰে
বাজিছে যন্ত্ৰে বিজয় গান।

দীনা হীনা জননী মোৰ—
নোশোভে তন্দ্ৰা-নিদ্ৰা ঘোৰ
দীপ্ত দৰ্পে দীপ্ত গৰ্বে
সাধিম কাৰ্যপাহৰি প্ৰাণ॥

(৩)

মাতে শুনা আই উঠা সবে ভাই
উঠাহে হিন্দু মুছলমান,
"জয় মহাত্মা গান্ধীকী জয়" ৰৱে
কৰাহে বসুধা কম্পমান।

স্বৰ্গাদপি গৰীয়সী জননী জন্মভূমি আই
বিসৰ্জো প্ৰাণ যদি জননী হস্তে
লভিম লভিম আমি স্বৰ্গে স্থান ॥

বয় যদি ধমনীত ৰক্তবিন্দু, ধৰো যদি পুণ্য নাম,
পৰিহৰি নিদ্ৰা পৌৰুষ গৰ্বে
দিওঁ আঁহা স্বাৰ্থ বলিদান ॥

বিঘিনিৰে ভৰা এই প্ৰেমময় সমৰও
প্ৰেমেৰেই বিঘ্ন পৰাজি
শত দুখ দৈন্য হাঁহি আঁকোৱালি
গাম মহানন্দে জয়গান ॥

ঘূন ঘূন শবদে মেওঠনী যঁতৰৰ স্বৰাজ মন্ত্ৰ উচ্চাৰি
যাওঁ সবে ধিয়াই মহান লক্ষ্য
কৰোঁ আঁহা মাতৃক পৰিত্ৰাণ ॥

(৪)

ব'লা ভাই, ব'লা ভাই ব'লা বীৰদৰ্পে আগুৱাই
ব'লা ব'লা আগুৱাই জননীৰ জয়গান গাই গাই।
সৌ যে মণিৰাম, সৌ যে ক্ষুদিৰাম
আছে যে বিমানতে ৰ'ই,
উদগনি দিছে জননীৰ হস্তে
আমাক ত্যাগী হ'বল'ই।

সৌ যে দৃশ্য দেখা ভয়ংকৰ
অতি ভয়াবহ ভাই,
নিৰুকণ চৰকাৰে দাৰুণ প্ৰহাৰেৰে
মাৰিছে লাজ কাজ নাই।

সৌ যে ভগত সিং সৌ যে শুকদেৱ
কাৰ হকে ললে ফাঁচী,
কাৰ হকেনো ফাঁচী, ফাঁচী কাঠত উঠি
ৰাজগুৰু হ'ল স্বৰ্গবাসী।

সৌ যে দীনেশ সৌ যে হৰিকিষণ
ফাঁচীৰ চাঙত দুয়ো ৰহি,
জয় হে জননী জয় হে ভাৰত
গায় মহাগান হাঁহি হাঁহি।

ব'লা ব'লা ভাই ব'লা আগুৱাই
গাত বীৰ তেজ ল'ই,
অহিংস ৰণেৰে সাৰথি ভগৱান
গোৱা স্বৰাজৰ জয়॥

(৫)

আগবাঢ়ি ব'লা সবে ভাই
বাটত জিৰাবৰ সময় নাই।
পাচ পৰিবৰ কথাই নাই,
বাটত জিৰাবৰ সময় নাই॥

বিঘ্নে আমাৰ দীন দুখীয়াক
পদে পদে পাই
বিপদ আমাৰ পথৰ সাথী
ফুৰে চেলু চাই।

তথাচ যুদ্ধ আছিম জিনি
    দুৰ্ভাগ্যৰ ভেটা ভাগিবই,
বাটত জিৰাবৰ সময় নাই
    পাচ পৰিবৰ কথাই নাই ॥

(৬)

আমি অহিংসা ৰণলৈ যাওঁ
    বীৰদৰ্পে বুকু দাঙি ব'লা আগুৱাই,
লক্ষ লক্ষ চিপাহী বৃটিছৰ সেনানী
    ৰবটোপ গুলী লৈ থাক থিয় হৈ।
আমি বুকু পাতি গুলী ল'ম তেও স্বাধীন হ'ম,
    মাৰ গুলী মাৰ আমি নডৰাওঁ।
জেল, লাঠি, হিলৈ, টোপ কাঁচী আৰু সঙ্গীন খোচ
    শিৰ পাতি লম শিৰ পাতি লম।
    মাৰ গুলী মাৰ গুলী আমি নডৰাওঁ ॥

(৭)

জয় ভাৰতৰ জয়, জয় অসমৰ জয়
    জয় গান্ধীকী জয় গুণগান,
সমৰ সাজি গগন আজি
    সমৰ সাজেৰে সাজি হোৱা আগুৱান।
সেইদেশে শোভে গোপীনাথ ৰতন
ফকীৰে বীৰ তেজে যুঁজি প্ৰাণপণ
    মাতৃৰ ৰাখিছে সন্মান।
ক্ষুদ্ৰ স্বাৰ্থ মোহমায়া নিজে দলিয়াই
মুক্তিৰ মহাপন্থ দিছে দেখুৱাই
মহাজন যোৱা পথে ব'লা আজি
    ব'লা সবে হিন্দু মুছলমান।

বিনা দুখে লভে জানো সুখৰ ৰতন
বিনা কষ্টে লভে জানো সাধনাৰ ধন।
দলন দমন কৰি নীৰৱে সহন
স্বৰাজকে কৰা সবে ধ্যান ॥

(৮)

সৌ যে উৰিছে চোৱাঁ স্বৰাজ নিচান
উন্নত শিৰে হোৱা আগুৱান।
জাগে আজি বঙ্গ, মগধ কলিঙ্গ
গুজৰাট ৰাজপুতান—
কিয় পৰি আছোঁ আমি অসম সন্তান।
ত্রিশ কোটি সন্তানে হিন্দু মুছলমানে
যাওঁ আহা বীৰবেশে মাতৃৰ আহ্বানে।
গাওঁ আহাঁ ভৈৰৱে
মাতৃৰ জয় জয়,
ঈশ্বৰ সহায় আছে
আমাৰ কিহৰ ভয়।

(৯)

মুক্তি যুঁজৰ সৈনিক আমি মৰিবলৈ ভয় নাই,
মৰিম আৰিম প্ৰাণবলি দিম ব'কা মনে আগুৱাই।
কিল লাঠি গুলী কাঁড়ী আমাৰ মানত ধূলাৰ খেলা
স্বৰাজ সাধন হেতু আমাৰ যেন কৰিম মৰ্ত্ত্য লীলা।
বিনা ত্যাগে লভে জানো স্বাধীনতা মহাধন
দেশৰ হকে মাতৃৰ হকে কৰিছো জীৱন-পণ।
ইত্যাদি।

(১০)

জয় জয় ভাৰত-জননী
জয় জয় ভাৰত-জননী
ব্ৰহ্মপুত্ৰ, গোদাৱৰী, গঙ্গা,
পঞ্চসিন্ধু পুণ্যও বঙ্গা,
মহা মহা গিৰি নদী
অভ্ৰ বিমান ভেদি,
প্ৰচাৰিছে গৌৰৱ কাহিনী।
জয় জয় ......... ॥

ধ্বনি দিলে ত্ৰিভুবন বেদৰ মন্ত্ৰে
মোহিছিলে তপোবন হোমৰ গন্ধে,
তোমাৰ কোলাতে বহি,
কোৰাণ চৰিফ ৰচি
লভিছিলে ইছলামে জুৰণি।
জয় জয়......... ॥

# পৰিশিষ্ট (গ)

( বিপ্লৱীবীৰ শংকৰ চন্দ্ৰ বৰুৱাৰ পত্নী শ্ৰীমতী অন্নপ্ৰভা বৰুৱানীৰ লগত হোৱা এটি সাক্ষাৎকাৰ )

আইতাই কৈছিল—"১৯৩৬ চনত আমাৰ বিয়া হৈছিল। বিয়া হোৱাৰ পিচত যেতিয়া এই ঘৰখনলৈ আহিছিলোঁ। তেতিয়াৰ পৰাই দেখিছিলোঁ। আৰু বুজিছিলোঁ। যে আমাৰ জীৱনৰ পথ মিছি পোনপটিয়া নহয়। ওখোৰা-মোখোৰা কাঁইটীয়াহে। ঘৰখন আছিল ভলন্টিয়াৰৰ কেম্প। অসংখ্য মানুহ, কোন আহে প্ৰথমতে তাৰ একো উৱাদিহেই পোৱা নাছিলোঁ। সেই মানুহবিলাকক আমি ভাত দিবলগীয়া হৈছিল—নিৰামিষ ভোজন।

সকলোৰে কথা মনত নাই, কিন্তু তেখেত ( শংকৰ বৰুৱা ) আত্ম-গোপন কৰি থকাৰ কথাটো। এতিয়াও আজি আজি যেন লাগি আছে। কিমান দুখ আৰু কষ্টেৰে মই দিন কটাবলগীয়া হৈছিলো, সেইকথা ভাবিলে তোমালোকৰো এতিয়া সাধুকথা সাধুকথা যেন লাগিব।

সাধুকথা নহয়, সঁচা কথা। ১৯৪২ চনৰ এটা দিনত ( বোধকৰো আগষ্ট মাহ ) তেখেত নিৰুদ্দেশ হ'ল। সেই আত্মগোপনৰ খবৰ এখন সৰু চিঠিয়ে কঢ়িয়াই আনিলে। লিখা আছিল—"তোমালোক যেনেতেনে চলা। মই জীয়াই আছোঁ। বুলি ভাবি নলবা।" চিঠিখনত কোনো ঠিকনা নাছিল। পত্ৰবাহকেও একো নাজানো বুলিয়েই কলে। তেতিয়া মোৰ এজনী ছোৱালী বুলু আৰু এটি ল'ৰা কেশৱ। ছোৱালীজনী ডাঙৰ, ল'ৰাটো দুবছৰীয়া।

এনেতে আহিল নানান ধৰণৰ অশান্তি। তেখেতক বিচাৰি পুলিচে আমাক অবৰ্ণনীয় দুখ-যন্ত্ৰণা দিলে। প্ৰথম দিনা পুলিচ আহিয়েই তেখেতৰ কথা সুধিলে আৰু আমাৰ ঘৰত থকা সকলো বয়-বস্তু একালৰ পৰা উলিয়াই লৈ গ'ল। দা, কটাৰী, বটা আনকি গোসাঁইঘৰৰ থাপনা পৰ্য্যন্ত উলিয়াই আনিলে। এই সকলোবিলাক নিবলৈ বুলি

উলিয়াই লোৱাৰ পাচত চিৰা-পিঠা, জা-জলপান, চাউল-পাত আদি যি আছিল সকলোবিলাক একালৰ পৰা লৈ গ'ল। শুবলৈ বিছনাখনো নথলে। দুবছৰীয়া ল'ৰাটিৰ (কেশৱ) চোলাপেণ্ট যোৱাও কাঢ়ি নিয়াত সি কান্দিছিল। কান্দিলে কি বগা বঙালৰ অধীনত চাকৰি কৰা পুলিচৰ হিয়া কুমলিব ?

এই সকলোবোৰ বস্তু নিবলৈ দুখন লৰী আৰু দুখনমান ঠেলাগাঁড়ী আনিবলগীয়া হৈছিল।

সেইদিনা ৰাতি ধানখেৰ এমুঠি আনি মাটিতে পাৰিলোঁ। আৰু মোৰ গাৰ চাদৰখন বিছনা চাদৰ হিচাপে পাৰি ল'ৰাছোৱালীহালক শুৱালোঁ। আমাৰ এনে দুৰৱস্থা দেখি শ্ৰীদৌলেশ্বৰ দত্তই তোছক, বিছনা চাদৰ, শ্ৰীপূৰ্ণচন্দ্ৰ গোস্বামীয়ে টকা, শ্ৰীবিষ্ণু কাকতীয়ে লাগতিয়াল বস্তু দুপদ-এপদ দি সহায় কৰিলে। (পিছলৈ অৱশ্যে অনেক লোকেই সহায় কৰিছিল।)

পিছদিনাও পুলিচ আহিল। সেইদিনা ঘৰত একোকে নাপাই ঘৰত লগাই থোৱা নেওৰাকেইখনকে খুলিবলৈ আগবাঢ়িল। পুলিচৰ এনে অত্যাচাৰ সহিব নোৱাৰি সেইদিনা খঙতে মই পুলিচৰ গালৈ জুই টোৱালোঁ। ফলত নেওৰা কেইখন বাচিল। কিন্তু নেওৰা কেইখন বাচিলে কি হ'ব ? তাৰ পিছদিনাও পুলিচ আহি বাৰীত থকা কলগছ, কই থোৱা কচু, শাক-পাচলি আদি কাটি-মেলি খাস্তাং কৰিলে। আনকি, কেউফালৰ পৰা পানী পৰা ঘৰটো চোৱাবলৈ বুলি অনা হাজিৰা কামকৰা মানুহ দুটাকো পুলিচে ধৰি নি দহটকা জৰিমনা কৰিলে। সেই জৰিমনাৰ টকা লোকৰ পৰা খুজিমেলি নিয়েই দিবলগীয়া হ'ল। ঘৰ চোৱা নহ'ল, ঘৰৰ ওপৰত তিৰপাল মেলিবলগীয়া হ'ল।

ল'ৰাছোৱালীহালে ভাত খাবৰ কাৰণে শ্ৰীবিষ্ণু কাকতীয়ে দুখন থাল, এটা টৌ, দুটা বাতি আনি দিছিল। আমি শুদাই-নিকাই পাততে খাওঁ। কিন্তু ল'ৰাছোৱালীহালে খাব নোৱাৰে, নেজানে। সেই কাৰণে পুলিচে নিয়ে বুলি ভাত-খোৱাৰ পিচতেই থাল-বাতি গাঁত

খালি পুতি থওঁ। ভগা টিং এটাত টোটো সুমুৱাই সেই ভগা টিংটোত জৰী এডাল লগাই পিচফালৰ পুখুৰীটোত ডুবাই থওঁ। ১৯৪২ চনৰ পৰা ১৯৪৪ চনলৈ এনেকৈয়ে দিনবিলাক পাৰ হৈ গ'ল। এই সময়ত আমাৰ ঘৰলৈ মানুহ অহা নিষেধ আছিল। যিসকল আহিছিল, সেইসকলক সন্দেহজনক মানুহ বুলিহে পুলিচক ফাঁকি দি ক'বলগীয়া হৈছিল।

এই আত্মগোপন কৰি থকা কালত এজনলোক ( বোধকৰো চি. আই. ডি. ) আহি মোক কলেহি যে, শংকৰ বৰুৱা যোৱা ২৮ আহিনত কাকডোঙা নদীত পৰি ঢুকাল। কথা শুনি বেয়া লাগিছিল যদিও মই হতাশ হোৱা নাছিলোঁ। পিচত চুতিৰ ফালৰ টংকেশ্বৰ দাস নামৰ এজন লোক আহি মোক সঁচা কথাটো জনালেহি।

আত্মগোপন কৰি থকা কালত তেখেত এদিনলৈও ঘৰলৈ নাহিল। কিন্তু মাজে মাজে মই তেখেতৰ খবৰ পাই আছিলো। এবাৰ তেখেতে চিঠি এখন দি মোক চুতিৰ ফালে মতাই নিয়ালে। ময়ো গ'লো, মোৰ কোলাত তেতিয়া পাঁচমহীয়া অক' ( ভাৰত )। অ' কনলৈ পাহৰিছোঁ। অক' জন্ম হওঁতেই পুলিচে আহি আঠুৰা দাঙি চাইছিলহি।

সেইয়া যেই কি নহওক, তেখেতৰ নিৰ্দেশক্ৰমেই কেঁচুৱা কোলাত লৈয়েই ময়ো মহিলা সংগঠনৰ কামত বিভিন্ন ঠাইত ঘূৰিবলৈ ল'লোঁ। এনেকৈ আত্মগোপন কৰি ফুৰোঁতেই শংকৰ বৰুৱাৰ মূৰটো কাটি দেখুৱাব পাৰিলেও নগদ দহহেজাৰ টকা পুৰস্কাৰ দিয়া হ'ব বুলি পুলিচে ঘোষণা কৰিলে। পিচে দহহেজাৰ টকাৰ লোভত কোনো মানুহেই শংকৰ বৰুৱাৰ সন্ধেদ নিদিলে।

অৱশেষত সুমলীগড় দলঙত ১৯৪৫ চনৰ ২৪ ডিচেম্বৰৰ দিনা তেখেত ধৰা পৰিল। তাৰ পিচৰ কাহিনী তোমালোক নালাগে সকলোৱেই বোধকৰো জানে।"

[ গোলাঘাটৰ পৰা প্ৰকাশিত "আমাৰ বাতৰি"ৰ ১২ আগষ্ট, ১৯৭২ সংখ্যাত প্ৰকাশিত। সাক্ষাৎকাৰটি লৈছিল—সম্পাদক শ্ৰীকেশৱ চন্দ্ৰ শইকীয়াই। ]

———